মাতৃ-পূজাৰ অৰ্ঘ্যৰ দ্বিতীয় পুথি

# মাতৃ

[ উপন্যাস ]




শ্ৰীলক্ষ্মেশ্বৰ শৰ্ম্মা

লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী : অসম

# ভূমিকা

"মাতৃ" ৰচয়িত্ৰী গ্ৰেজীয়া ডেলেড্ডা ইটালীয় সাম্ৰাজ্যৰ অন্তৰ্গত ছাৰ্দ্দিনীয়া দ্বীপৰ তিৰোতা। তেওঁ ১৯২৭ খৃঃ শকত সাহিত্যৰ নোবেল বঁটা পায়। বিশ্ববৰেণ্য ৰচয়িত্ৰীৰ ৰচিত গ্ৰন্থক ভাল বুলিব যোৱাতকৈ তাৰ ৰস গ্ৰহণ কৰিবৰ চেষ্টাতহে আমাৰ কৃতাৰ্থতা হয় ভাবি লোৱা উচিত।

আগৰ দিনত "পাণ্ডব বৰ্জ্জিত" বুলিলে কোনো ঠাইৰ অতীজৰ প্ৰতি গভীৰ আওকাণ দিয়া বুজাইছিল। কিয়নো তেতিয়াৰ দিনত পাণ্ডবসকলক জ্ঞান আৰু সভ্যতাৰ পোহৰ আনোঁতা বুলি জনমণ্ডলীয়ে ধৰি লৈছিল। আজি-কালিৰ দিনতো যি ভাষাত বিশ্ব-সাহিত্যৰ জেউতি পৰা নাই তাক মানুহে বৰ নিচলা বুলি ভাবে। ইংৰাজী, ফৰাচী আদি যিবোৰ ভাষাত অতি ওখ ধৰণৰ মৌলিক সাহিত্যৰ লেখ-জোখ নাই, সেইবোৰ ভাষাতেই আন দেশৰ ডাঙৰ ডাঙৰ নামজ্বলা গ্ৰন্থ-বোৰৰ অনুবাদ আগেয়েই প্ৰকাশ হয়। সেইবোৰ দেশত নিজ ভাষা-ভাষী লোকৰ অন্তৰৰ পোহৰ আৰু আন ভাষাভাষী মানুহৰ বাহিৰৰ পোহৰ পৰিবলৈ জ্ঞানৰ খিড়িকী-দুৱাৰ সদায় মেলা থাকে।

বৰ্ত্তমান অসমীয়া সাহিত্য নিচেই কেচুৱা অৱস্থাত আছে। কেৱল মৌলিক ৰচনাৰ দ্বাৰাই ইয়াক সোনকালে টনকিয়াল

কৰিব নোৱাৰি। আৰু মৌলিক ৰচনাৰ বাবেও চানেকি লাগে। আজি-কালি আন্তৰ্জ্জাতীয় যুগত বিশ্বমানবৰ চিন্তাৰ সোঁত কোন ফালে বব লাগিছে তাৰ সন্ধান নেপালে মৌলিক প্ৰতিভাৰে আদৰ পোৱা জোখাৰে বিকাশ হোৱা টান হৈ পৰে।

আমাৰ সামাজিক জীৱন ঘটনা-বহুল নহয়। সেই কাৰণে বহুত সময়ত শুনা যায়—এনে সীমাবদ্ধ জীৱনত নাট, উপন্যাস আদি মৌলিক ৰচনাৰ উপাদান নাই। "মাতৃ" উপন্যাসে সেই ভুল ধাৰণা ভাঙ্গিব বুলি আশা কৰিব পাৰি। ইয়াতো ঘটনা নাই বুলিলেই হয়। এজন কৈৱল্য-ব্ৰতী ধৰ্ম্ম-যাজকে শাস্ত্ৰীয় বিধি পাৰ হৈ এজনী ছোৱালীৰ প্ৰেমত পৰে আৰু ছোৱালীজনী লগত লৈ পলাই যাবলৈ মনত পাঙে। ধৰ্ম্ম-যাজকৰ মনত এইটো বিশেষ পাপৰ কাম নহয়—এই ব্যৱসায় এৰি দিলেই, এই ব্যৱসায় সংশ্লিষ্ট সকলো বিধি-বিধানৰ হাতৰ পৰা তেওঁ সাৰিব পাৰে। এইবোৰ বিধান বিশেষ অৱস্থাক লক্ষ্য কৰি মানুহে তৈয়াৰ কৰিছে; কিন্তু প্ৰেমৰ উন্মাদনা, তিৰোতাৰ সান্নিধ্যত অন্তৰৰ খলকনি বিশ্ব-বচোঁতাই দিয়া জীৱ-জগতৰ পাতালী গঙ্গাৰ কল্লোল; কিন্তু ধৰ্ম্ম-যাজকৰ পুৰণি-কলীয়া মাকৰ মনত ই মহাপাপ, অনন্ত নৰকৰ পথত যাত্ৰা। মাকেই এই প্ৰণয়ৰ বাটত ভেঁটা দিলে। আৰু এই প্ৰতিবন্ধকতাৰ পৰা যি ভবিষ্যত বিষময় ফল হব পাৰে, সেই দুৰ্য্যোগৰ আশঙ্কাৰ হেচাতেই মাক ঢুকাল। এই

উপন্যাসত ঘটনা-পৰম্পৰা নাই বুলিয়েই কব পাৰি, কিন্তু ভাবৰ ঘাত-প্ৰতিঘাতৰ কি বিচিত্ৰ খেলা !

নিচেই সাধাৰণ ঘৰুৱা বা সামাজিক জীৱনৰ ঘটনাবিলাকত তত্ত্বদৰ্শী প্ৰতিভাই কি জেউতি চৰায়, এই উপন্যাসখনেই তাৰ এটি চানেকি।

অনুবাদকৰ কাম অতি জটিল। তেওঁ এফালে মূল গ্ৰন্থৰ সকলো সাৰ-মৰ্ম্ম কটকটিয়াকৈ উপলব্ধি কৰিব আৰু আন কালে সেই মৰ্ম্ম নিজ ভাষাৰ স্বাভাবিক ঠাঁচেৰে মূলৰ পৰা বৰ বেলেগ নোহোৱাকৈ প্ৰকাশ কৰিব লাগিব। সাহিত্যৰ গুণগ্ৰাহী আৰু নিজ ভাষাত অশেষ আধিপত্যশালী লিখাৰু নহলে ভাঙনি সফল হব নোৱাৰে—বিশেষতঃ ভাব-বহুল গ্ৰন্থৰ ভাঙনিত। এই দুৰূহ কামৰ বাবে শ্ৰীযুত লক্ষেশ্বৰ শৰ্ম্মাই নিপুণতাৰ পৰিচয় দিছে। ইয়াৰ আগেয়ে তেওঁ “পম্পিয়াইৰ প্ৰলয় কাহিনী” (The Last Days of Pompeii) ভাঙ্গি অতুল যোগ্যতা প্ৰকাশ কৰিছে। “মাতৃ”ৰ অনুবাদ আগৰ খনতকৈও মনোমোহা হৈছে। পঢ়ি গলে ভাঙনি যেন নেলাগেই। বিদেশী মানুহৰ নামকিটি এৰি দিলে মৌলিক ৰচনা যেন লাগে। ক’তো ভাষাত অফুট নাই, ক’তো ভাষাত ঠেৰেঙ্গা লগা নাই। অনুবাদৰ ভাষা ভালেমান লিখাৰুৰ হাতত সংস্কৃতীয়া হৈ পৰে, কিন্তু শ্ৰীযুত শৰ্ম্মাৰ ভাষা নিভাঁজ অসমীয়াৰ ঘৰুৱা ঠাঁচ। সেই কাৰণে ভাবত বাজেও “মাতৃ” উপন্যাস নিভাঁজ অসমীয়া লিখিব খোজা সকলে ৰস-

সাহিত্যৰ ভাষাৰ চানেকি হিচাপে পঢ়িলেও বিশেষ উপকাৰ পাব।

আমি এইখিনিকে মাথোন কামনা কৰো শ্ৰীযুত শৰ্ম্মাই যেন যি ভাঙ্গনিৰ কাম হাতত লৈছে আজৰি সময়ত সেই কামৰ লেখাৰি এৰি নিদি বিশ্ববৰেণ্য সাহিত্যিক সকলৰ গ্ৰন্থবোৰক আমাৰ ভাষাৰ সাঁজ পিন্ধাই আমাৰ ভাষা আৰু সাহিত্য চহকী কৰে আৰু মৌলিক ৰচনাৰ বাবে অসমীয়া প্ৰতিভাক উদ্দীপনা দিয়ে।

কটন কলেজ, গুৱাহাটী
১.৫.৩৪

শ্ৰীবাণীকান্ত কাকতি

# মাতৃ

গতিগোত্ৰ দেখিলে মনে ধৰে আজি ৰাতিও পলে ঘৰ এৰি বাহিৰলৈ যাবলৈ ছেগ বিচাৰি আছে।

পলৰ শোৱা কুঠৰীৰ গাতে লগালগিকৈ তাৰ মাকৰ শোৱা ঠাই। তেওঁ তাতে বৈ আলেঙে আলেঙে পলৰ গতিবিধি লক্ষ্য কৰি চাইছে। পলে ইফাল সিফাল কৰি মাকৰ কোঠাৰ চাকিগছনো কেতিয়া নুমায় আৰু মাকৰ নো কেতিয়া ডাঠ টোপনি আহে তালৈকে বাট চাই আছে।

বন্তি নুমাল, কিন্তু তাৰ মাকৰ টোপনি নাহিল। দুৱাৰ-চুকতে বহি তেওঁ দুখনি জুকলা হাত যোৰ কৰি বুকুত সাহ দিবলৈ ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনালে। প্ৰতি মুহূৰ্ত্ততে তেওঁৰ মনত নো কিমান আশা নিৰাশাৰ ঢৌ উঠি মাৰ গৈছে তাৰ লেখ্ বুজ নাই। তেওঁৰ আশা—তেওঁৰ পোণাকণে তাহানিৰ দৰে আকৌ এতিয়াও মাজ-নিশাৰ তেল পুৰি পুঁথি-পাজি মেলি পঢ়াত লাগিব। কিন্তু পলৰ আৰু সেই জ্ঞানৰ হেপাহ আজি নাই। ইয়াতকৈ আৰু তেওঁৰ পক্ষে কি দুখ হ'ব?

অলপ সময়ৰ কাৰণে পলৰ ভৰিৰ শবদ নিতাল মাৰিছিল। বাহিৰত বতাহৰ হো-হোৱনি আৰু গছৰ ঠাল-ঠেঙুলি ভগাৰ

মৰ্‌মৰণি, এই দুয়োটাৰ শব্দ মিহলি হৈ গহীন নিশাৰ নিস্তব্ধতাকো তল পেলালে।

পলৰ মাকে বাহিৰলৈ ওলোৱা দুৱাৰ খনত ইডালৰ ওপৰত সিডাল থিয়কৈ তুলি ডাং মাৰি থৈছে, জানোছা এই ক্রুদ্ধ চিনটোৱেই ধুমুহা বতাহৰ মাজত মাজনিশা মানুহক চলিবলৈ অহা ভূত-প্রেতবিলাকক আঁতৰাই ৰাখে। এনেবিলাক ক্রিয়া কৰোঁতেও তেওঁৰ হিয়া ভাগিছিগি চুচুৰ্মে হৈ গ'ল, কিয়নো কোনোবা পিশাচ এটা পলৰ গাত লম্ভিলেই। এনেতে ভৰিৰ শব্দ শুনি তেওঁ বুজিব পাৰিলে পলে নিশ্চয় শোৱনি কোঠাৰ দাপোণখনত নিজৰ ৰূপ চাইছে। ধৰ্ম্মযাজকসকলৰ প্রতি কিছুমান কঠোৰ নিয়ম বান্ধি দিয়া আছে। তেওঁলোকে কেতিয়াও দাপোণত মুখ চাব নাপায়। গোন্ধ তেল নাইবা আন কোনো বিলাসৰ বস্তুৰে শৰীৰ শোভন কৰাও তেওঁলোকৰ পক্ষে নিষেধ। কিন্তু অলপ দিনৰ পৰা পলে এই নিয়মবিলাক উলঙ্ঘন কৰা মাকে লক্ষ্য কৰি আহিছে। পলে এতিয়া আঁতৰ আৰু অঙ্গৰাগেৰে নিজক মলমলীয়া কৰি ললে; সুগন্ধি দাঁতোনেৰে দাঁতখিনি বুৰুজ লগাই চকচকীয়া কৰি থুই পেলালে আৰু আন কি চকুৰ চেলাউৰিত থকা চুলিখিনিও ফণিৰে শুৱনিকৈ আচুৰি পেলালে।

মাক বহি থকা কোঠাটো আৰু পলৰ শোৱনি ঘৰৰ মাজত এখন বেৰ আছিল সঁচা কিন্তু সেই ঢাকনিয়ে মাকৰ চকুৰ আগৰ পৰা পলৰ আচৰণবিলাক লুকুৱাই ৰাখিব পৰা নাই। তেওঁৰ

আদৰৰ পুতেক পলক যেন জল্‌জল্‌ পট্‌পট্‌ কৰে তেওঁৰ চকুৰ আগতে দেখা পাইছে। এখন বগা আঁৰকাপোৰৰ সমুখত এটা কিচ্‌কিচীয়া ক'লা প্ৰেতৰ দৰে পল যেন থিয় হৈ আছে। তাৰ দীঘল আৰু লাহি গাটোৰে মাজে মাজে ঢলংপলংকৈ ইফালে সিফালে ফুৰিছে। ডিঙিটোলৈ চাই তাৰ মুৰটো আজোখা অৰ্থাৎ ডাঙৰ। মুখখন তেনেই পানীকুয়াঁ আম যেন শেঁতা। তাতে আকৌ উঠঙ্গা কপালখনৰ ছাঁ পৰিছে। পুৰঠ মুখখন আৰু ডাঠ ওঠ দুটিয়ে যেন গাৰ বলেৰে বৰাই থোৱা আবৰি মন এটাৰ বিৰুদ্ধে মুৰ ডাঙ্গিবলৈ উত্ৰাৱল হৈছে।

এনেতে চোন এবাৰ পল দাপোনখনৰ আগত পোন হৈ ৰ'ল। তাৰ মুখখন আটাইতকৈ একেবি পোহৰ হ'ল, চকুযুৰি সবল মানুহৰ দৰে প্ৰফুল্লিত হ'ল, আৰু চকুৰ মণি দুটি হীৰাৰ দৰে জিলিকিল। মাকৰ দয়ালু অন্তৰ নহয়, পুতেকক এনেকৈ শুৱনি দেখিলে আনন্দত বুৰ যাব খোজে। কিন্তু হাতত সাৰে ভৰিত সাৰে পল যেতিয়া ইখোজ সিখোজকৈ ওলাই আহিল মাকৰ আকৌ হিয়া ভাগি উৰঁলি গ'ল।

পলে নিশ্চয় বাহিৰ ওলাবলৈ যত্ন কৰিছে তাত এতিয়া সংশয় নাই। দুৱাৰখন মেলি অলপ পৰ টলকা মাৰি পল থিয় হৈ ৰ'ল। বোধকৰো সিও বাহিৰত হিলদ'ল ভঙ্গা বতাহৰ শবদ শুনি থমক্‌ খাই বৈছিল।

মাকে বহি থকা ঠাইৰ পৰা উঠি "মোৰ পোণাকণ, তুমি দেৱশিশু, ইয়াতে থাকা" এইদৰে ক'বলৈ যত্ন কৰি চালে; কিন্তু

তেওঁৰ ইচ্ছাতকৈয়ো বলৱান্ কিবা এটাই মুখখন যেন জপাই ধৰিলে। তেওঁৰ আঁঠু দুটা থৰ্থৰ্ কৰে কঁপিবলৈ ধৰিলে আৰু আগুৱাবলৈ ভৰিত শকতি নহল। দুটা বলী হাতেৰে যেন কোনোবাই তেওঁক হেঁচা মাৰি ধৰিলে।

এইদৰে থাকোঁতেই পলে নিঃশবদে দুৱাৰ মেলি বাহিৰ ওলাল। চকুৰ পচাৰতে চাৰিওকাষে বতাহে আগুৰি লৈ তাক কেনিবা উৰুৱাই লৈ গুচি গ'ল।

এতিয়াহে পলৰ মাকে বহাৰ পৰা উঠি চাকিগছ জ্বলালে। ইয়াকে কৰোঁতেই তেওঁৰ বহুত কষ্ট হৈছিল। বহুত পৰলৈ ঘঁহি থাকোঁতেও দীপ কাঠিবোৰ নজ্বলিলেই; বেৰত কেৱল হালধীয়া আঁচবোৰহে বহিল। অৱশেষত এধানিমান পিতলৰ চাকি-গছ ধিমিক্ ধামাক্কৈ জ্বলিলত কোঠাটো অলপ পোহৰ হ'ল। আৰু এনেতে দুৱাৰখন মেলি তেওঁ বাহিৰলৈ ওলাই আহিল।

বাহিৰলৈ যোৱা দুৱাৰৰ ডাং দুডাল মেল খাই থকা দেখিলতে তেওঁ খণ্ডত একোনাই হ'ল। পলে নিশ্চয় তেওঁৰ চকুত ধূলি মাৰি এই কাণ্ড কৰিলে! যি দুষ্ট গ্ৰহে পলক চলিব খুজিছে তাক উপযুক্ত শাস্তি দিলেহে তেওঁৰ মনে শান্তি লভিব। সেই দেখি তেৰোঁ পলৰ পিছে পিছে খোজ ললে।

তেওঁৰ গাৰ ঢিলা সাজ-পাৰবিলাক আৰু মূৰৰ ওপৰত থকা ওৰণিখন বতাহে কপ্কপিয়াকৈ সাৱতি ধৰি লৈ তেওঁক যেন

আগুৱাবলৈ বাট এৰি নিদিয়ে। কিন্তু ওৰণিখন চপাই থুতৰিৰ তলত সুমাই মুৰটো তললৈ গোজা মাৰি লৈ তেওঁ মৰসাহেবে যাবলৈ ধৰিলে। গীৰ্জ্জাঘৰৰ সমুখেদি বিম্বাশবদে গৈ এখন বহল মুকলি পথাৰৰ মাজেদি ঢপলিয়াবলৈ ধৰিলে। পথাৰখনৰ সিদাঁতিতে আছে এটি বহুদিনীয়া পুৰণি পকীঘৰ।

গাওঁখনত এতিয়া ক'তো চাকিচুকা এটিও দেখিবলৈ নাই। কটনা কাটি সাজি লোৱা নিজৰ নিজৰ একোটা জুপুৰী ঘৰৰ ভিতৰত সকলো মানুহে এতিয়া ৰাতিটোলৈ জিৰণি লৈছে। ফৰিংফুটা জোনাকত জুপুৰি ঘৰবিলাক একো একোটা মেৰ ছাগ যেন হৈ পৰিছে, আৰু গাৱঁৰ মাজত থকা গীৰ্জ্জা ঘৰটো জানিবা এটা ভেৰা-ৰখীয়াহে।

গীৰ্জ্জাঘৰৰ সমুখত থকা ক'লা গছবিলাক বতাহত হালি-জালি পৰিছে, তাৰ লগে লগে নল-খাগৰিৰ ওপৰত গছৰ ঠাল-ঠেঙ্গুলি ভাগি পৰাত এটা নোহোৱা নোপোজা কোৰ্হাল উঠিছে। ৰাতিৰ এই অমঙ্গলীয়া ক্ষণটোত এগৰাকী মাকৰ অন্তৰখনো এনেকৈয়ে দুখ-বেজাৰৰ ধুমুহাই কোবাই জ্বলাকলা কৰিলে।

এতিয়ালৈকে তিৰোতা গৰাকীয়ে নিৰাশাৰ মাজতো আশা পালি আছিল জানোচা পলে গাৱঁৰ কোনোবা নবীয়া মানুহক পৰিচৰ্য্যা কৰিবলৈহে এই মাজ নিশাখন ঘৰৰপৰা বাহিৰ ওলাই আহিছে, প্ৰণয়িনীক অবৈধ সম্ভাষণ জনাবলৈ নহয়। কিন্তু এতিয়া নিজ চকুৰেই পলক পুৰণি পকীঘৰটোৰ ফাললৈ মুখ কৰি গোঁ গোঁ কৰে যোৱা দেখি বেচেৰীৰ আশা চুৰমাৰ হ'ল। সেই

পঁজাটোৰ ভিতৰত জন-প্ৰাণী বুলিবলৈ কেৱল এটি। তেওঁ এগৰাকী নিপোটল, নিৰোগী অকলশৰীয়া গাভৰু। লগ সঙ্গ বুলিবলৈকো কোনো নাই.........

আগফালৰ দুৱাৰেদি নোসোমাই এখন আওহতীয়া দুৱাৰেদি পল ভিতৰ সোমাল। সি সোমালতে দুৱাৰখন ততালিকে জাপ গ'ল—ঠিক যেন দানৱৰ ক'লা মুখ এখনহে তাক নিমিষতে গিলি পেলালে।

পলৰ পিছে পিছে ঘাঁহনি পথাৰখন পাৰ হৈ গৈয়েই তিৰোতা গৰাকীয়েও পল সোমোৱা দুৱাৰখনত খুন্দিয়াবলৈ ধৰিলে। কিন্তু দুৱাৰখন লৰচৰেই নহ'ল। বেৰখনত হাত বুলাই দেখিলে বেৰখনো টোকাৰী গুণা যেন। এতিয়াহে তেওঁ আতুৰ হ'ল। চিঞৰিলেও বা শুনিব কোনে, যিহে বতাহৰ হো-হোৱনি ৰোঁ-ৰোৱনি। আন একো উপায় নেপাই দুৱাৰত কাণ পাতি ভিতৰত কিবা কথা-বতৰা শুনিবলৈ পাওঁ বুলি একেথৰে শহাকণীয়া হৈ অলপ সময় ৰ'ল।

নিজে ধৰা পৰাবলৈকো এতিয়া তেওঁৰ ভয় নাই। বলীয়াৰ দৰে বাগিছাখনৰ ইমূৰৰপৰা সিমূৰলৈকে অহাযোৱা কৰি আছে। পৃথিৱীৰ ভিতৰলৈ সোমাব পৰা সুৰুঙা এটি কৰিব পাৰিলেই তেওঁৰ এতিয়া উদ্দেশ্য সিদ্ধি হয়। কিন্তু বেৰখন শকত, যাই দুৱাৰখনো টানকৈ মৰা, খিৰিকীবোৰো বাহিৰৰ পৰা মেলিব নোৱাৰাকৈ কপ্‌কপীয়াকৈ মৰা আছে। লোহাৰ দুৱাৰখন আৰু ইটাৰ বেৰখনৰ লগত ফেন্স পতা মিছা যেন তেওঁৰ মনত

খেলালে। কেঁচুৱা কালত চইকী মানুহৰ দুৱাৰডলিত গিৰিহঁতে দলিয়াই দিয়া দুই চাৰিটা আধাপইছাৰ কাৰণে খাপ দি থাকোঁতে যিমান লাজ লাগিছিল এতিয়া তেওঁ তাতোকৈ বেছি অপমান বোধ কৰিলে। সেই পুৰণি দিনত লগৰীয়াইঁতৰ লগ লাগি এইদৰে পইছাৰ আশাত বৈ থাকোঁতে কেতিয়াবা এই ঘৰৰে ভৃত্য এজন ওলাই আহি বিকর্থনা কৰি কৈছিল—"ছিঃ মেদ্দেলেনা! এই সৰু সৰু লৰাবিলাকৰ লগত পইছা বুটলি ফুৰিবলৈ তোৰ নিছিনা বুঢ়ী ছোৱালীজনীৰ লাজ নেলাগেনে ?" সেই সময়ত লাজত বেচেৰী যেনেকৈ কোচ্‌মোচ্ খাইছিল আজিও ঠিক তেনে হ'ল। ঘৰমুৱা হৈ দুখোজমান উলটি যাব খোজোঁতেই আকৌ তেওঁৰ মনত পৰিল, তেওঁ চিঞৰি বাখৰি কেতিয়াও যত্ন নকৰিলে। নাইবা শিলগুটিবিলাক নেৰা-নেপেৰাকৈ দুৱাৰত মৰা হ'লেও নিশ্চয় ভিতৰৰপৰা দুৱাৰ মেলি দিলেহেঁতেন। এইদৰে ভাবি গুণি আকৌ দোধোৰ মোধোৰত পৰিল। এবেলি ইফালে এবেলি সিফালে অহাযোৱা কৰি তেওঁ তাতে অলপ সময় কটালে। কি কৰিব লাগে তাৰ আরু ঠাৱৰ নহল। শেহত, গা সৰোৱা ইচ্ছা বলী হ'ল। চিকাৰীৰ হাতত ঘাইল হোৱা জন্তু গাঁতলৈ লৰাদি তেৱোঁ নিজৰ ভগা-বহাৰ ফাললৈ যাবলৈ ধৰিলে।

তেওঁ দুৱাৰখন জপাই ঘৰৰ ভিতৰ সোমালতে আকৌ বিষে কোপে জর্জ্জৰিত হ'ল। বাহিৰত্ত ৰজাহৰ হো-হোৱনি আগতকৈ চৰিল, নিশাচৰ পিশাচ যেন খ্রীষ্টিয়ানৰ সুনিয়ত

দেশখন গোটেই চাৰখাৰ কৰিবলৈ আগ বাঢ়িছে। "হে ঈশ্বৰ, হে ঈশ্বৰ" এই বুলি কৈয়েই তেওঁ আউৰি সাউৰিকৈ বিনাবলৈ ধৰিলে। এনেতে বেৰত প্ৰতিবিম্ব পৰা নিজৰ ছাঁয়াটোকে আন কোনোবা সশৰীৰী প্ৰাণী বুলি কথা হ'ব খুজিলে।

"মোৰ মইনাকণক কেনেকৈ নো এই সঙ্কটৰপৰা ৰক্ষা কৰোঁ?"

"পল যেতিয়া ঘৰৰ ভিতৰ সোমাব তেতিয়া সকলো কথা কৈ তাক সাৱধান কৰি দিবা।" "অ' নহয় কলে হ'ব কি? পলে হয়তো সকলো মুই কৰিব। সেইদেখি মই বীছপৰ ওচৰলৈ গ'লেহে কথা ভাল হ'ব। বীছপ খ্ৰীষ্টৰ দাস, সাধুপুৰুষ। সেইদেখি এই পাপ প্ৰলোভনবিলাকৰ কথা ক'লে তেওঁ নিশ্চয় মোকে পলকে এই ঠাইৰ পৰা গুচি যাবলৈ আদেশ দিব। সকলো কথা আঁতিগুৰি ভাঙ্গি তেওঁক এইদৰে মই ক'ম—এই গাওঁখন কিবা অভিশাপত পৰি নৰক হ'ব খুজিছে। আজি প্ৰায় এশ বছৰ হ'ল, এই গাৱঁত এজন বীছপ আছিল। তেওঁ প্ৰথমতে সংযত ভাবেই জীৱন যাপন কৰিছিল। সৌ নৈখনৰ ওপৰত তেওঁ নিজৰ পইছাৰেই দলঙ দিয়াইছিল। কিন্তু উজান বয়সৰ লগে লগে প্ৰলোভনৰ সোঁতত তেওঁৰ মন উটি গ'ল; সুৰাপান আৰু তিৰোতা তেওঁৰ প্ৰিয় হৈ পৰিল। ইয়াৰ পিচত তেওঁ নিকাৰ ভুগি এই সংসাৰৰ পৰা মেলানি মাগিলে। তেওঁ নৰীয়া পৰি থাকোঁতেই ৰাতিৰ ভিতৰতে ভূত-প্ৰেতবিলাকে তেওঁ শোৱা ঘৰৰপৰা নৈলৈকে এটা মাটিৰ তলেদি সুৰুঙ্গা

কৰিলে। সেই বাটেদিয়েই নৰকী ধৰ্ম্মযাজক জনৰ মৰা শটো বোলে সিহঁতে ভাৰ বৈ নিছিল। তেওঁ ধুকোৱাৰ পিচত তালৈ কোনো মানুহ আহিবলৈকে আগবঢ়া নাছিল কিয়নো এইখন বোলে পিশাচে পোৱা দেশ। তাৰ পিচত মোৰ পল এই গাৱঁলৈ আহে। আমি প্ৰথমে আহোঁতে মানুহবিলাক ভেনেই হাবিতলীয়া অসভ্য হৈয়ে আছিল। পলৰ সময়ৰ আগলৈকে পলেও ৰিপুঞ্জৰ সন্ন্যাসীৰ দৰে দিন কটাইছিল। ওৰে দিন সি শাস্ত্ৰ পঢ়ি আৰু উপাসনা কৰিয়েই কটাইছিল। তাৰ স্বভাৱ গধূৰ, চট্‌ফটীয়া নহয়। তাৰ ধীৰ, স্থিৰ আৰু সৌম্য মুৰ্ত্তিয়ে সকলোৰে মনত শুচি ভাব জগাই দিয়ে। কোনো ৰমণীৰ মুখলৈ চাওঁ বুলি চোৱা তাৰ তেতিয়া অভ্যাস নাছিল। কিন্তু এতিয়া পলক শাৰে চুলে। এগৰাকী সুন্দৰীয়ে প্ৰণয় জৰীৰে তাক কট্‌কটীয়াকৈ বান্ধি পেলাইছে। আপুনি তাক ইয়াৰ পৰা তুৰন্তে খেদাই নিদিলে পলৰ মনুষ্যত্ব লোপ পাব। আৰু তিৰোতা জনীকো আপুনি জানো এই ৰৌ-ৰৌ নৰকৰ পৰা তুলি নধৰে? তাই থাকে অকলশৰে। তাইৰ পিতাক ধনী মানুহ আছিল। পিতাক মৰিবৰ সময়ত পলক মতাই নি তাৰ হতুৱাই অন্ত্যেষ্টি ক্ৰিয়া সমাধা কৰায়। তেতিয়াৰেপৰা ছোৱালীজনীৰ লগত পলৰ সম্ভাৱ হয়। তাইৰ ককায়েক এজন আছে, ভনীয়েকক এই সম্পত্তিবোৰ এৰি দি তেওঁ আঁতৰত থাকে। এই সুযোগ পাই ছোৱালীজনীয়ে অসজ উপায়ে দিন নিয়াইছে……।”

এনেতে যেন তেওঁৰ আগত থিয়দি থকা মানুহ গৰাকীয়ে সুধিলে "এইবিলাক কথা সঁচা জানো? বীছপৰ আগত ক'বলৈ জানোচা পিচত কেৰঘেহোৰাঁ?"

"হায় প্ৰভু, মোৰ পলৰ কি গতি হ'ল!" এইবুলি তেওঁ হাত দুখনিৰে চকু দুটা ঢাকি ধৰিলে। ততালিকে চকুৰ আগত যেন দেখিবলৈ পালে পলে তাৰ প্ৰেয়সীৰ হাত দুখনি টেপা মাৰি লৈ জুইৰ কাষত বহি প্ৰেমালাপ কৰিছে। চকু দুটা টানকৈ মুদি জিকাৰ মাৰি দিলে, "হায় প্ৰভু, কি গতি হ'ল!"

* * * *

সাত শতুৰুৰ মুৰত নেখেলোৱা কথা মাকৰ মুৰত খেলায় কাৰণেই হ'বলা আজি অজ্ঞাতসাৰে পুতেকৰ চৰিত্ৰৰ ওপৰত এগৰাকী বিধৱা তিৰোতাই এনেকুৱা কলঙ্কৰ ছাই-মাকতি সানি আহুকলীয়া সন্দেহৰ জাল তৰিলে!

আজি বহু দিনৰ কথা। সেই সোণাময় দিন এটাত পলক লগত লৈ এই তিৰোতা গৰাকী প্ৰথমে এই গাৱঁলৈ আহে। পল আহিবৰ দিনা বাট-পথ তেনেই লোকাৰণ্য হৈ পৰিছিল। ল'ৰা-ছোৱালী, ডেকা-বুঢ়া সকলোৱে এই সাধু পুৰুষজনৰ দৰ্শন লভিবলৈ আহিছিল। পলক আগ বঢ়াই আনোতে বাটৰ মূৰত নানা তৰহৰ আতছ বাজিৰ খেল হৈছিল। জুইৰ আঙ্গনিবিলাক কলা ডাৱৰৰ তলত তিৰ্‌বিৰাই উঠিছিল। বাটত জুম বান্ধি থকা ডেকা লৰাবোৰে পলক দেখা পায়েই চিঞৰ ধৰিছিল, "সৌৱা তেখেত পালেহি। আই ঐ দেহি, কেনেকুৱা মুনি-ঋষি যেন পুৰুষ!"

দৰাচলতে পল ঋষিতুল্য আছিল নে নাই কোৱা টান। কিন্তু চালে চকুৰোৱা মূৰ্ত্তি আৰু তাৰ প্ৰশান্ত ৰূপ দেখিলে মানুহ ভোল নগৈ থাকিব নোৱাৰে। ইমান আদৰ সম্ভাষণ পায়ো পল আনন্দত বিহ্বল হোৱা নাই, ওঁঠ দুখন টিপি ধৰি মানুহবিলাকলৈ কেতিয়াবাহে কেৰাহিকৈ চাইছিল। কিমান-বিলাক বয়সীয়া মানুহে পলৰ চৰণত সেইদিনা ভক্তিৰ অঞ্জলি নিবেদন কৰিলে। এই সকলো কথা সুঁৱৰিলে মাকৰ মনত আকৌ এতিয়া অভিমান ওপজে। ইমান সন্মানৰ অধিকাৰী পল; তাৰ মাক বুলিয়েই বেচেৰীয়ে গৌৰৱৰ শেষ সীমা

পাইছিলগৈ। আজিও কল্পনাতে সেই অতীতৰ গৌৰৱ-মণ্ডিত সোণালী দিনৰ জেউতি-জালে তেওঁৰ মেটেকাবুলীয়া মুখখনি আকৌ পোহৰাই পেলালে।

এই সপোন সৰহ পৰ নেথাকিল। পলৰ এতিয়া কি দুৰ্দ্দশা এইকথা মনলৈ আহিলতে তেওঁৰ হিয়া ক'লা পৰিল। তেওঁৰ আশা ভৰষাৰ স্থল, স্নেহৰ পাত্ৰ, সুখ-বাসনাৰ মূৰ্ত্তিমান স্বৰূপ, পল! কিন্তু হায়, কি দুষ্ট গ্ৰহে তাক এনেদৰে চলনা কৰিবলৈ উপক্ৰম কৰিছে! পুতেকক বিপদত পৰিবলৈ এৰিদি নো বাৰু তেওঁ কোন সতেৰে চাই থাকিব পাৰে?

শোকে বেজাৰতে তেওঁৰ বুকুত খুন্দামাৰি ধৰিলে। হাতত বন্তিগছ তুলি লৈ তেওঁৰ এধানিমান কুঠৰীটোৰ চাৰিওফালে এবাৰ ঘূৰি চালে। তেওঁৰ ঘৰত সম্বল বুলিবলৈ এখনি চালপীৰা আৰু ঘুণে খোৱা এডাল কাপোৰ থোৱা ডাঁৰ। কোঠাটো মূঠতে কোনোবা লিগিৰী লিগিৰা থকা যেনহে দেখি। কিন্তু ইমানতেই বপুৰীৰ সুখ, ইয়াতকৈ ভাল ঘৰত থাকিবলৈ তেওঁ কাহানিও আশা পলা নাই। তেওঁৰ অতুলনীয় সম্পত্তি বৈভৱ তেওঁৰ আলসুৱা লবাটিহে। সিয়েই তেওঁৰ জীৱন-সৰ্ব্বস্ব।

তাৰ পিচত পলৰ ঘৰটোলৈ তেওঁ সোমাই গ'ল। মজিয়াৰ এদাঁতিত সজোৱা নিচেই ঠেক এখনি পৱিত্ৰ শয্যা। এসময়ত ঘৰটো পৰিপাটিকৈ সজোৱা আছিল। কিন্তু আজিকালি বস্তু-বিলাক গত্ লগাই থোৱা পলৰ অভ্যাস নাই। মেজৰ খলপা-বোৰ খোলাই আছে, পুথিবিলাক সিঁচতি বিচতি হৈ আছে,

আৰু পলৰ কোটচোলা এটা মাজ মজিয়াতে সোপা-কানি যেনেকৈ পৰি আছে। চোলাটো দেখিয়েই তেওঁ টপৰাই হাতলৈ তুলি ল'লে। মনতে ভাবিলে এইদৰে পলকো বিপদৰ পৰা উদ্ধাৰ কৰিবলৈ তেওঁৰ হৃদয়ত শকতি আছে। তেতিয়া চকীখন মেজৰ কাষলৈ চপাই আনিলে। বপুৰীৰ আশা, যেন পলে এতিয়া তাতে বহি মাজনিশাৰ পুথি অধ্যয়ন কৰিব। খিৰিকীৰ ওচৰত ওলমি থকা দাপোণ খনলৈ এনেতে তেওঁৰ চকু পৰিল·········।

জিতেন্দ্ৰিয় ধৰ্ম্মযাজকে দাপোণত মুখ চোৱা শাস্ত্ৰ-গৰ্হিত। তেওঁ যে এটা শৰীৰী পদাৰ্থ এই কথা তেওঁ মনলৈ আনিব নেপায়। অন্ততঃ এই বিষয়ত আগৰ ধৰ্ম্মযাজক জনে শাস্ত্ৰৰ বচন মানি চলিছিল। খিৰিকীৰ পিচফালে এখন ক'লা কাপোৰ বান্ধি তাৰ পোহৰত দাড়ি খুৰাই থাকোঁতে বাটেদি যাওঁতে বহুত দূৰৰে পৰা তেওঁক দেখা গৈছিল।

পলৰ পুথিবিলাক সামৰি সুতৰি থওঁতেই মেলি থোৱা বাইবেল খনৰ ছবি এটিলৈ তেওঁৰ চকু গ'ল। ছবিটোত ভেৰা-ৰখীয়া খ্ৰীষ্টই ঝৰণাৰ পানী তুলি ছাগলীবিলাকক খাবলৈ দিছে। দেহি ঐ, তেওঁৰ পোণাকণে সিদিনালৈকে এই খিনিতে বহি পুৱা জোন মাৰ যোৱালৈকে পুথি পঢ়ি জ্ঞানৰ হেঁপাহ পূৰাই-ছিল। ফেহুঁজালি দিয়াৰ সময়ত চৰাইৰ আৰাও শুনিলতহে তেওঁৰ পুথি জাপ গৈছিল। এনেকুৱা জিতেন্দ্ৰিয় পলৰ এতিয়া কি মতি-গতি হ'ল সেই চিন্তাই তেওঁক জুৰুলা কৰিলে। বেৰৰ

ওপৰত আঁৰি থোৱা খ্ৰীষ্টৰ ছবিটোলৈ চাই পঠিয়ালতে দুখিনীৰ বিননি শুনিবলৈ অহা ভগৱন্তক যেন সাক্ষাত পালে। দুচকুৱেদি দুধাৰি চকুলো বৈ গ'ল। থোকাথুকি মাতেৰে প্ৰাৰ্থনা জনালে, "ভগৱান, অনাথহঁতক ৰক্ষা কৰা। আবৰি মনৰ বল কেনেকুৱা তাক তুমি নেজানা!"

ইয়াৰ পিচত তেওঁ ৰান্ধনি ঘৰৰ ভিতৰ সোমাই ঢিমিক-ঢামাককৈ জ্বলি থকা জুইকুৰাৰ কাষত বহি মনে মনে ভাবিবলৈ ধৰিলে। তেওঁ কেতিয়াও কাৰো অনিষ্ট কৰা মনত নপৰে। অজ্ঞাতসাৰে যদি কেতিয়াবা অন্যায়ৰ ভাব তেওঁৰ মনলৈ আহিছিল তাৰ কাৰণে নিশ্চয় তেওঁ জগৰীয়া নহয়। এনে স্থলত দয়ালু ঈশ্বৰে তেওঁৰ ওপৰত ইমান কঠোৰ শাস্তি বিহিব কেলেই?

মনোৰাজ্য বিনন্দীয়া দেশ। এই কল্পনাৰাজ্যৰ ভিতৰ সোমাই তেওঁ কেঁচুৱা কালৰেপৰা আৰম্ভ কৰি অতীতৰ ঘটনা বিলাক এটা এটাকৈ চকুৰ আগত দেখা পালে।

সম্বন্ধীয়া মিতিৰৰ ঘৰত থাকি তেওঁ তেতিয়া পেট পুহিছিল। এমুঠি ভাতৰ কাৰণে ওৰে দিনটো শুদা ভৰিৰে কাম কৰি ফুৰে, মূৰত গধূৰ বোজা কঢ়িয়াই নৈত কাপোৰ ধোৱে আৰু ধানকললৈ ঘেঁহুধান বিলাক ভাৰ বৈ নিয়ে। ধানকলত কাম কৰা মানুহ এটাই এদিন ঘপহ কৰে তেওঁৰ ঘৰলৈ আহি বিয়াৰ প্ৰস্তাৱ কৰিলে। আন আন মানুহবিলাকে এই মানুহ জনৰ কথা হাঁহি উৰাই দিছিল, আৰু তেওঁৰ দগধা চোলাটোত লাগি

থকা আটাৰ গুৰিবিলাক হাঁতেৰে জাৰি-জোকাৰি দিয়া কথা তেওঁৰ আজিও মনত আছে। কিন্তু মানুহ জনে বিয়াৰ প্ৰস্তাৱত নেৰা-নেপেৰাকৈ লগাত সকলোৱে তাত মত দিলে। বিয়াৰ পিচতো তেওঁ বহুত দিনলৈকে তেওঁৰ ঘৰতে আছিল, ধান-কলত ঘেঁছ দিবলৈ যাওঁতেহে গিৰিয়েকৰ লগত দেখা হয়। গিৰিয়েকেও আন কোনোৱে নজনাকৈ আটাগুৰি একাজলি তেওঁৰ কোচত ভৰাই দিয়ে। এইদৰেই সেই ডেকেৰী অৱস্থাৰ দিনবিলাক পাৰ হৈ গৈছিল।

পলৰ মাত ভালকৈ নোফুটোতেই তাৰ পিতাদেৱেকে দুখুনী মাকৰ হাতত তাক শোধাই দি বিদায় ল'লে। তেতিয়া মাকে পলক বুকুত বান্ধি নিজৰ গাৱঁলৈ গৈ জ্ঞাতি-কুটুম সকলৰ লগতে থাকি তাক ডাঙৰ দীঘল কৰিলে। নিজৰ জীৱনৰ প্ৰতি যে তেওঁৰ মমতা আছিল এনে নহয়, কেৱল পলৰ সুখৰ হকেই তেওঁ ওৰেদিন কেৰাৱ কৰিও জীৱন নিৰ্ব্বাহ কৰি আছিল। পলেই তেওঁৰ জীৱনৰ প্ৰদীপ। পলৰ অবিহনে তেৰোঁ সংসাৰত জীয়াই নেথাকিলহেঁতেন। সেই গাৱঁত থকা সময়ত তেওঁক যে পাপ প্ৰলোভনে মাজে সময়ে ভুৱা নিদিছিল এনে নহয়। কামুকৰ অন্তৰাত্মা তেওঁক জীয়াতু খাবলৈ সততে লেলিহান হৈ উঠিছিল। পুৰুষ জাতি চিকাৰী আৰু জানিবা অৱলা জাতিটো তেওঁলোকৰে চিকাৰৰ লক্ষ্য চৰাই পছু। কিন্তু সিমানতো তেওঁ পাপ নৰকৰ পৰা সততে আঁতৰি ফুৰি, নিজৰ বিধৱা দিন কেইটা শুদ্ধ ভাবেই কটাইছিল আৰু

ধৰ্ম্মযাজকৰ মাক যেনে নিৰ্ম্মল চৰিত্ৰা আৰু নিষ্কলঙ্কিনী হোৱা যুগুত তেওঁ ঠিক তেনেই আছিল। হে ঈশ্বৰ, এনে সৎ-চৰিত্ৰা বিধৱাৰ ওপৰত এনে কঠোৰ শাস্তি প্ৰয়োগ কৰিলা কিয় ?

এইদৰে ভাবি থাকোঁতে চকুৰ পানীয়ে তেওঁৰ গাল দুখন বুৰাই পেলালে আৰু কোলাত থকা ফুলৰ মালাধাৰি চকুলোৰে তিতি গ'ল।

লানি নিছিগা সপোনৰ শেষ পায় কোনে ? এনেতে চোন ভৰিৰ খৰমৰণি শুনি মুখখন তুলিলতে দেখিলে চুটি-চাপৰ গাঠুৱা দাড়ি গোঁফে মুখ ঢকা এজন ধৰ্ম্মযাজক। বেচিকৈ চুৰত হোপা কাৰণে তেওঁৰ দাঁতবোৰ মলিয়ন হৈছিল। চকুকেইটা দেখিলে ভয় লাগে।

"মেৰিয়া মেদ্দেলেনা, তুমি এনেয়েহে আছা। সেই কাৰণে আজৰীয়া সময়ৰ ভিতৰতে মোৰ মোজাযোৰ সি-পুতকি ভালকৈ দিয়া।" এই বুলি কৈয়েই মানুহজনে টপৰাই আগত থকা আসন এখনত বহিল।

তিৰোতা গৰাকীয়ে মনতে ভাবিলে—'এই গাৱঁৰ আগৰ পুৰোহিত এৱেঁই হ'বলা। বাৰু তেওঁৰ পৰিচয় কথাৰ চলেৰে লওঁ।' তাৰ পিচত প্ৰকাশ্যে ক'লে, "ডাঙৰীয়া, আপুনি মৰিলে যেতিয়া মোজাৰ জানো আৱশ্যক আছে ?"

"মই মৰিলোঁ বুলি তোমাক ক'লে কোনে ? মই তেনেই জীৱিত, এতিয়াও আনকি তোমাৰ ওচৰতে বহি আছোঁ।

অলপ দিনৰ ভিতৰতে তোমাক আৰু পুতেৰাক গাৱঁৰপৰা উলিয়াই দিম। পলক এই কামত নলগাই তাৰ পিতাকৰ ব্যৱসায়ত লাগিবলৈ দিয়াহে ভাল আছিল।”

ব্যগ্র হৈ পলৰ মাকে উত্তৰ দিলে, “হয় ডাঙৰীয়া। আপুনি কেইদিনমান মাথোন আমাক সময় দিয়ক। আমি ইয়াৰ পৰা নিজেই আঁতৰ হম।”

“যলৈকে যোৱাঁ তোমালোকৰ কিন্তু একে দশাই। সেই-দেখি পলৰ কঁপালত যি আছে তাৰ কাৰণেই বাট চোৱাঁ। চেঙেৰা বয়সত মই তিৰোতাৰ নামকে নলৈছিলোঁ, কোনো ৰকমৰ বিলাস ভোগৰ কথায়ো মোৰ গা স্নু-ত লগাব নোৱাৰিছিল। কেৱল স্বৰ্গলৈ যোৱাৰ আলোচনা অনবৰত কৰিছিলোঁ। এই পৃথিৱীয়েই যে স্বৰ্গ নামে মনোমোহা দেশ তাক একেবাৰে পাহৰি আছিলোঁ। যি সময়ত জ্ঞান-চকু মুকলি হ’ল তেতিয়া মোৰ বয়স ভাটি দিলে; আৰু সংসাৰত থাকি জীৱনৰ সাধনা কৰা বয়স গ’ল। সেই দেখি মই চেঙেৰা লৰাহঁতৰ লগত হাঁহি-ধেমালি কৰি বাকী দিন কেইটা সম্ভোগৰ পৰিতৃপ্তিৰে অতিবাহিত কৰিছোঁ। তুমি এনেকুৱা চেঙেৰা লৰাক অসজ বুলি ক’ব পাৰাঁ কিন্তু মই হলে সিহঁতক সজ বুলিহে ভাবোঁ। কিয়নো যি কেইদিন জীয়াই থাকে সেই দিন কেইটা ভোগ কৰোঁ বুলিয়েই সিহঁত পৃথিৱীলৈ আহে। সিহঁতৰ সঙ্গ পালে উতলা হিয়া শাঁত পৰে, আৰু আনন্দত মন উপচি পৰে।”

এইদৰে কৈ থাকোঁতেই পলৰ মাকে বুজিলে যে এই মানুহ জনৰ অভিপ্ৰায় কিবাহে। পলক অবাটে বাট বুলিবলৈ দিলেই সি ভাল পায়। কিন্তু সেই বুলি নিজৰ পেটৰ পোৱালী এটাক জীয়া জুইত জাপ দিবলৈ তেওঁনো এৰি দিয়ে কেনেকৈ?

"এৰা, আপোনাৰ কথা সঁচা হ'ব পাৰে।, কিন্তু মই নিচেই অবাঁলচন্দ গাৱঁলীয়া তিৰোতা। সেই দেখি সকলো কথাৰ আওভাও নেপাওঁ। মোৰ মনে ধৰে ঈশ্বৰে যেন আমাক দুখ-কষ্ট কৰিবলৈহে এই সংসাৰলৈ পঠিয়ালে।"

"নহয়; আমাক সংসাৰলৈ পঠিয়াইছে কেৱল খাই বৈ ইন্দ্ৰিয়ৰ সুখ লভিবলৈ। সৌন্দৰ্য্যৰে ভৰপূৰ হৈ থকা পৃথিৱীখনৰ ৰাজ-ৰাজেশ্বৰ কৰি সেই অজান পুৰুষে মানুহকেই স্ৰজন কৰিলে। ইমানতো যি জীৱনৰ তাৎপৰ্য্য নুবুজি থাকে তাৰ শাস্তিৰ বিধান হৈছে ইন্দ্ৰিয়সুখৰপৰা বঞ্চিত থকা। সিবোৰ কথা যেই কি নহওক, তোমালোকক সোনকালে ইয়াৰ পৰা খেদোৱাৰ কথাকেই মই কব খুজিছিলোঁ। মোৰ কথামতে নচলিলে টানত পৰিবা। আকৌ এবাৰ তোমাৰ লগত মোৰ দেখা হ'ব। ইতিমধ্যে মোৰ মোজাযোৰ তোমাৰ হাতত থলোঁ।"

"ভাল বাৰু, মই সি-পুতকি থ'ম।"

"তেন্তে চকু মুদা। কিয়নো মোৰ শুদা ভৰি দুটা তোমাক চাবলৈ দিব নোৱাৰোঁ। হাঃ হাঃ হাঃ!" এইদৰে এটা বিকভ হাঁহি মাৰি ভৰিৰ মোজাযোৰ সোলোকাবলৈ ধৰিলে। "কোনো তিৰোতাই আজিলৈকে মোৰ অঙ্গ-প্ৰত্যঙ্গ বিলাক এনাঢাকনিৰে

দেখা নাই। তুমি বুঢ়ী আৰু অশুৱনী—এনে স্থলত পোন প্ৰথমেই তুমি দেখিবলৈকো উপযুক্ত নোহোৱা। এয়া লোৱাঁ এপাট মোজা, আৰু ইপাটো এয়া; মনত ৰাখিবা সোনকালে মই নিবলৈ আহিম।”

তেওঁ সাৰ পাই জিকাৰ খাই উঠি দেখে ৰান্ধনি ঘৰটোৰ ভিতৰতে তেওঁ তেতিয়া অকলশৰে বহি আছে। বাহিৰত বতাহৰ তৰ্জ্জন গৰ্জ্জন আগৰদৰেই। “হে ঈশ্বৰ, কেনে ভয় লগা সমাজিক!” এইবুলি কৈয়েই তেওঁ বেজাৰত হুমুনিয়াহ কাঢ়িলে। মোজাযোৰ কৰবাত দেখা পাইনে কি ইফালে সিফালে তথাপি চকু ফুৰাই চালে। ই সপোন যদিও সেই পুৰোহিতজনৰ প্ৰেতাত্মাটো উলটি যোৱাৰ সময়ত তাৰ ভৰিৰ খোজৰ শব্দ শুনা তেওঁৰ ভালকৈ মনত আছে। কল্পনা ডাঠ হৈ গ'লে তাক আৰু কল্পনা যেন নেলাগে, সত্যৰ লগত ই তেতিয়া সমানে ফেৰ পাতিব খোজে।

---

এগ্‌নিছৰ ঘৰৰ পৰা ওলাই মুকলি পথাৰ খনৰ মাজেদি উভতি আহোঁতে পলৰ গা জিকাৰ খাই উঠিল। বতাহৰ মাজত লুকাই থাকি যেন ভূত পিশাচৰ অনুচৰ বোৰে তেওঁক ভয়ত আতুৰ কৰি পেলালে। জাৰত তেওঁ ঠেৰেঙ্গা দিয়া যেন হ'ল। প্ৰণয়ৰ সুখ-শয্যাত মজি থাকি অতপৰে তেওঁ বাহিৰৰ চেঁচা বতাহলৈ ভ্ৰূক্ষেপ কৰা নাছিল; জাৰ গুচাবলৈ গাৰ চোলাটো যিমান পাৰে টানি গাত কপ্‌কপীয়াকৈ ধৰোঁতেই একাষাৰ কথা মনত পৰি পল উচাপ খাই উঠিল—এগ্‌নিছেও এইদৰে নিকপ্‌কপীয়াকৈ হেঁপাহ উবাৰি তাক আজি সাৱটি ধৰিছে।

এগ্‌নিছৰ প্ৰতি পলৰ যি প্ৰণয় তাক সি অতদিনে আধ্যাত্মিক প্ৰেম বুলিয়েই ভাবি আছিল। আজি এই মুহূৰ্ত্ততহে পলৰ এই ভুলৰ শুধৰণি হ'ল। এতিয়াহে পলে বঢ়িয়াকৈ বুজিব পাৰিলে যে এগ্‌নিছৰ প্ৰতি তাৰ যি অনুৰাগ সি তেনেই পাৰ্থিৱ, দৈৱিকতাৰ তাত ছাঁ নাই। ছোৱালীজনীয়ে প্ৰথমতে পলৰ মুখলৈ চাই ৰ-লাগি বৈ আছিল। বপুৰীৰ চকুদুটি দেখিহে পলে বুজিব পাৰিছিল যে সেই নিঃসহায় বালিকা প্ৰণয়-কাতৰা; লাহে লাহে পলেও সেই চেনেহ চাৱনিৰ বান্ধোনত মেৰ খালে; আৰু এগ্‌নিছৰ নিৰ্জ্জন নিবাসত দুয়োটি প্ৰেমিক প্ৰেমিকাৰ অবাধে মিলন ঘটিল।

চাৰি চকুৰ মিলন হ'ল, তাৰ পিচত ইটিয়ে সিটিৰ হাতত ধৰি চেনেহৰ পৰশ দিলে। ইয়াৰ পিচত প্ৰেমালাপে ঠাই পালে। অনেক বছৰ নিৰ্জ্জুভাৱে বৈ থকা শোণিতৰ কণাবোৰ এতিয়া শিৰে শিৰে জুলীয়া জুইৰ আঙ্গনিৰ দৰে সঞ্চাৰিত হ'ল। তেজ মঙ্গহৰ শৰীৰহে, ইনো আৰু কিমান পৰ থিৰ হৈ থাকিব ?

এগ্নিছে কৈছিল যে সিহঁত দুয়ো এই গাৱঁৰ পৰা ওলাই গৈ জীৱন-মৰণৰ সহযাত্ৰী হ'ব। প্ৰণয়ৰ আবেগত পলেও সেই কথাত হয় দিছিল। আৰু সিহঁত দুয়ো কেনি কলৈ যাব তাকে থিৰাং কৰিবলৈ পিচদিনা ৰাতি লগালগি হোৱাৰ কথা। কিন্তু এতিয়া প্ৰেমৰ সপোন আঁতৰিলত পলৰ মনটো কেনেবা কেনেবা লাগিল। গিৰ্জ্জা ঘৰটোৰ সমুখতে সি জাৰত ঠেৰেঙ্গা দি অলপ পৰ থিয় হ'ল। তেতিয়া তাৰ মনত খেলালে যেন গাৱঁৰ মানুহবিলাকে টোপনিত লালকাল দি সমাজিকতে তাৰ এই পাপেৰে কলুষিত উলঙ্গ দেহাটো দেখিব লাগিছে। দেহি, ঐ পুণ্যময় আদৰ্শৰ গুটি সিচি দিয়া যি ধৰ্ম্মযাজকৰ একমাত্ৰ কাম, তাৰ দুৰ্দ্দশা দেখিলে বেচেৰাক পুতৌ কৰিবৰ মন যায়।

এতিয়াও পলে মনে মনে ভাবিছে কি উপায়েৰে মো এগ্নিছক পলুৱাই সি নিলগত সুখৰ সংসাৰ কৰি দিন নিয়াব। এগ্নিছৰ অগাধ সম্পত্তি তেতিয়া সিহঁত দুয়োৰেই বিলাসৰ উপকৰণ গোটোৱাত ব্যয় হ'ব। এনেতে হঠাৎ পাপ কলুষেৰে ভৰা ৰাতিটোৰ ওপৰত তাৰ বিৰক্তি জন্মিল। মনত ভাবিলে

সি আকৌ এগ্‌নিছৰ ওচৰলৈ গৈ পলাই নেযাওঁ বুলি কৈ আহিব। ইয়াকে ভাবি সঁচাসচিকৈয়ে সি কেইখোজমান পাচ হুহকি গৈছিল। বেচি দূৰ যাব নোৱাৰিলে। এনেতে হুতাশ হৈ গিৰ্জ্জাঘৰৰ দুৱাৰ খনৰ সমুখতে আঁঠুকাঢ়ি ঈশ্বৰৰ উদ্দেশ্যে প্ৰাৰ্থনা কৰিলে, "প্ৰভু, মোক ৰক্ষা কৰা।" তেতিয়া তাৰ গাত থকা ক'লা হলৌ চোলাটো প্ৰচণ্ড বতাহৰ আগত ঢপ্‌ ঢপ্‌ কৰে চৰাইৰ ডৌকা উৰাদি উৰিবলৈ ধৰিছিল।

আঁতৰত থকা ওখ পৰ্ব্বতৰ ওপৰত যিমান কোবেৰে ধুমুহাই খলক লগাইছিল তাতোকৈ বেচি প্ৰকোপেৰে এখন জীৱন্ত যুদ্ধ সেই মুহূৰ্ত্তত চলি আছিল। ৰণভূমি হৈছিল পলৰ মানস ৰাজ্য। ইপিনে দুৰন্ত প্ৰতাপী স্বভাৱজাত কামুকতাৰ সৈন্য-বাহিনী, আন হাতে অলপীয়া যুঁজাৰু লগত লৈ কাচি পাৰি অহা বিবেকৰ ক্ষীণ শক্তি।

অলপ পৰৰ পিচত পল থিয় হ'ল। কোন পক্ষ হাৰিছে নাইবা জিকিছে তাৰ এতিয়াও নিৰ্ণয় নহল। মনৰ ভিতৰত উগুল থুগুল কৰি থকা বাসনাবিলাক সি এবাৰ ভালকৈ ফঁহিয়াই চাই দেখিলে ঈশ্বৰৰ প্ৰতি তাৰ যি ভয় আৰু অনুৰাগ, নিজক ধাৰ্ম্মিক আৰু গুণী কৰিবলৈ যি ইচ্ছা, পাপলৈ যি ঘিণ—এই সকলোবোৰ বিসৰ্জ্জন দিব লাগিলেও এগ্‌নিছৰ লগত তাৰ যি বান্ধোন তাক চিঙ্গিব নোৱাৰে। কিয়নো তাকে কৰিলে সেই ছোৱালীজনীয়ে তাৰ সকলো অবৈধ প্ৰীতিৰ কথা প্ৰকাশ্যে জাহিৰ কৰি তাৰ জীৱন বিষময় কৰি তুলিব।

এই দুৰ্দ্দিনৰ মাজতো পলৰ অন্তৰত নিৰাশ ভাবৰ উদয় হোৱা নাই। মুক্তিৰ সোণালী পথ এতিয়া তাৰ চকুৰ আগত তিৰ্‌বিৰ্ কৰে জিলিকি আছে। দুখোজ এখোজ পিচলিছে বুলিও এই আদৰ্শ জীৱন লাভ কৰাৰ ধাউতি পলৰ মনৰ পৰা আঁতৰা নাই। কিন্তু, পিচ মুহূৰ্ত্তত বাস্তৱ জগতৰ কথা তাৰ মনলৈ আহিল। আজিৰে পৰা সি এগ্‌নিছৰ জীৱন-মৰণৰ সঙ্গী। প্ৰাণহীন শৰীৰ যেনে এগ্‌নিছৰ অভাৱত আজি তাৰ জীৱনো তেনে শূন্য। শয়নে সপোনে তাইৰ ছবি পলৰ মানস পটত আঁকা থাকিব। এগ্‌নিছ আৰু পল দুয়োকে যেন বিধিয়ে এগছি প্ৰাণৰ সলিতাৰে বান্ধি থৈছে। এই দৰে গুণা গথা কৰি থাকোঁতে দুখ-বেজাৰ আৰু অনুতাপ ক্ষন্তেকলৈ তাৰ মনৰ পৰা আকৌ আঁতৰি গ'ল। প্ৰণয়-সুখৰ সপোনে অতপৰে আন্দোলাই থোৱা মুখখনিত আকৌ এবাৰ আনন্দৰ জেউতি বিৰিঙালে।

ঘৰ পাই পলে দুৱাৰ মেলি আলেঙে আলেঙে মাক সাৰে আছে নে নাই উমান ল'লে। আধা জ্বলা এঙ্গাৰ আৰু ফুটছাই কিছুমান আগত লৈ ভেওঁ তেতিয়াও পলৰ কাৰণেই বাট চাই আছে। আগত থকা এঙ্গাৰবিলাক এটা জঠৰ মৰা শ-ৰ নিছিনা দেখি, পলৰ গাৰ নোম ডালি ডালি হৈছিল। পলৰ বুজিবলৈ বাকী নৰ'ল তাৰ মাকৰ মনৰ ভাবটো কি। মাকক চকুপানী টুকিবলৈ এৰি দি পুতেকে আনন্দ পাব এনে দুৰন্ত প্ৰাণী এই সংসাৰত নাই। পলৰ বেজাৰ লাগিল—তাৰ মাকৰ এই বিষাদৰ

কাৰণ তাৰ কুচৰিত্ৰ। লাহে লাহে আগুৱাই গৈ পলে মাকক সুধিলে, "আই, তোৰ নো আজি টোপনি অহা নাইনে ?"

সমাজিকতে ভয় খাই থকা বপুৰীৰ মুখখনি এতিয়াও শেঁতা পৰিয়েই আছে। পলৰ মাত শুনি থক্‌মক্‌ খাই তাৰ চকুলৈ চালে। পলে তলমূৰ কৰিলে।

"তোৰ কাৰণেই মই বৈ আছোঁ সোণ। এই মাজনিশা তই গৈছিলি কলৈ ?"

"এটা নৰীয়া পৰা মানুহক প্ৰতিপাল কৰিছিলোঁগৈ।" তাৰ দুৰ্ব্বল মন। এনে অৱস্থাত সঁচা কথা ক'বলৈ সাহ নহ'ল।

"পল, ওচৰলৈ আহ। তোৰ লগত অলপ কথা আছে।"

ওচৰ চাপি যাবলৈ পলৰ সাহ নহ'ল। তাৰ মাকে ফুচ্‌ফুচাই ক'বলৈ ধৰিলে—"তই কলৈ গৈছিলি মই নজনাকৈ থকা নাই। আজি ভালেদিন হ'ল মাজৰাতি তই সদায় ঘৰৰ পৰা ওলাই যোৱা উমান পাইছিলোঁ। আজি ৰাতি তোৰ পিচে পিচে গৈ তই ক'ত সোমাইছিলি, আঁতৰৰ পৰা মই জুমি চাই আছিলোঁ। পল, কি কুখ্যাতি আনিছ ভাবি চা চোন।"

.নিঃশবদে পল থিয়হৈ ৰ'ল। গিৰ্জ্জা ঘৰৰ সমুখত আতুৰ হৈ ঈশ্বৰক প্ৰাৰ্থনা কৰা তেন্তে ঈশ্বৰে শুনিলে। দয়াশীল ভগৱন্তই তাৰ উদ্ধাৰৰ হকে এই বিধৱা মাতৃকে জানোচা পঠিয়াই দিছে। মাকৰ ভৰিত দীঘলদি পৰি তাক এই গাৱঁৰ পৰা আঁতৰাই নিবলৈ এবাৰ সি মুখ খুলি ক'ব নে কি ? দুৰ্ল্লভ সত্যনিষ্ঠা বেচি পৰ ভৱিব নোৱাৰিলে। পিচ মুহূৰ্ত্ততে লাজ

আৰু অপমানত তাৰ শৰীৰৰ কঁপনি উঠিল। তাৰ গোপনীয় আচৰণ নিৰীক্ষণ কৰাত মাকৰ ওপৰতে সি ফাঁই দেখুৱাই ক'লে, "আই, তই কি বলকিছ মই ক'ব নোৱাৰোঁ। তোক মই সঁচা কথাকে কৈছোঁ। এটা বেমাৰী মানুহৰ মই শুশ্রূষা কৰিছিলোঁ।"

"সেই ঘৰত বেমাৰী মানুহ দেখোন কোনো নাই, পল!"

"জ্বৰ নৰীয়াত পৰিলেই জানো মানুহক বেমাৰী বোলে? আৰু অন্যান্য ব্যাধিয়ে পীড়া কৰিলেও মানুহ শয্যাগত নহয় জানো?"

"তেনেহ'লে সেই ব্যাধি তোৰ নিজৰ গাত হে বাৰুকৈ চৰিছে। সেই দেখি আগেয়ে নিজে সতর্ক হ। মই অগিয়ানী হলেও তোক জনম দিছিলোঁ। সেইদেখি মই তোক কওঁ পাপতকৈ আৰু ডাঙৰ ব্যাধি নাই। কিয়নো ই মনুষ্যত্বৰ কেৰোণ। পৱিত্ৰ দেৱশিশু তই। দুখুনী ছোৱালী জনীৰ ইহ-কাল পৰকাল নাশ কৰিবলৈ বাৰু তোৰ সত যায় জানো?"

আপদ কালত ঔৱেও গল খজুৱায়, ভাল কথাও তেতিয়া কাণত বেয়া শুনে। মাকৰ কথা শুনি পলবো সেয়ে হ'ল। একেবাৰ কথাতে তাৰ গা বেজ-বেজাই গ'ল। লৰালি কালৰ দৰে ওকোন্দ্ পাতি সি মুখ ওলোমাই পেলালে।

"মই যি ভাল দেখোঁ তাক কৰিম। তোক মাতিছে কোনে? মই এতিয়া কেঁচুৱা হৈ থকা নাই যে কথাই প্রতি তোৰ বুজনি মানিম?"

"নহয় পল, তই কি কৰিছ বুজা হ'লে এনেকৈ নকলি-হেঁতেন।"

"তেন্তে কেনেকৈ ক'ব লাগে ?"

"তই মোক ক'ব পাৰিব লাগিছিল যে সেই ছোৱালীজনীৰ লগত তোৰ একো অবৈধ প্ৰীতি জন্মা নাই। কিন্তু হিতাহিতৰ জ্ঞান থাকে মানে তই মোৰ আগত সেই দৰে ক'বলৈ সাহ কৰিব নোৱাৰ। তই মুখ জপাই মনে মনে থাকিলেই মই ভাল পাওঁ। আকৌ কওঁ পল, ভাবি গুণি চা, তোৰ নামত তই কি কুখ্যাতি সানিব খুজিছ।"

পলে উত্তৰ নিদি এদাঁতিত থিয় হৈ মাকে কি কয় কাণ পাতি শুনি থাকিল।

"পল, তোক আৰু বেচি কথা কবলৈ মই ইচ্ছা কৰা নাই। ঈশ্বৰৰ ওচৰতহে তোৰ কাৰণে মিনতি কৰিম।"

পলে আৰু সহি সামৰি থাকিব নোৱাৰিলে। চকু ঘোপা কৰি মাকৰ ওচৰ চাপি গ'ল যেন সি মাকৰ গাতে হাত দিয়েহে।

"ভাল হৈছে। যি কলি ইমানকেহে। মোৰ আগত আৰু কেপকেপাই নেথাকিবি।"

এই বুলি কৈ পল অলপ আঁতৰি গ'ল। তাৰ মনৰ উগুল থুগুল গুচা নাই। বতাহৰ হো-হোৱনিয়ে তাৰ কাণত ফুচ্‌ফুচাই ডেকা কালৰ সঙ্গীহীনতাৰ কৰুণ সুৰ ৰচনা কৰিলে। আমন-জিমনকৈ বহি থকা মাকৰ কেঁহেৰাজ যেন মুখখনিয়েও সুখ-দুখৰ বহুত ঘটনা এটি এটিকৈ তাক সোঁৱৰাই দিলে। ইফালে

সিফালে খোজ দিওঁতে ভৰিৰ যি শব্দ হৈছিল তাতো যেন তাৰ কাৰণে কিবা অৰ্থ থকা ভাষাৰ সৃষ্টি হৈছিল। তাৰ গাৰ যি ছাঁ পৰিছিল সিও যেন এতিয়া অকলে অকলে তাৰ লগত ফুচ্‌ফুচীয়া মেল পাতিবলৈ ধৰিছে। দুখোজ এখোজকৈ ভৰি বুলাই তাৰ ছাঁটো গচকি পেলাবলৈ যত্ন কৰি চালে। এনেতে তাৰ মনত খেলালে ঈশ্বৰৰ অনুগ্ৰহ ভিক্ষা কৰি সি কেৱল নিজৰ দুৰ্ব্বল হিয়াৰ পৰিচয় দিছে। এইদৰে ভাবিয়েই ডেকা কালৰ তপত তেজেৰে আকৌ এবাৰ সি বুকু ফিন্দাই থিয় হ'ল।

মাকৰ ওচৰলৈ আহি যি দেখিলে পলৰ হিয়া ভাগি গ'ল। "আই তই নোশোৱ কেলেই ?" এই বুলি সুধিলে হয়, কিন্তু মাকৰ মাত-বোল নাই। ভালকৈ জুমি চাই দেখিলে তেওঁৰ চকুৰ পানী ধাৰেৰে বৈছে আৰু এতিয়াও উচুপি উচুপি কান্দি আছে। পলৰ সহ্য নহল। সি লাহেকৈ মাতিলে—"আই!" মাকে ক'লে—"আজিৰ পৰা আৰু এনে কথা তোৰ আগত শুনিয়াওঁ। অইনৰ আগতো নকওঁ। সেই ছোৱালীজনীৰ ঘৰলৈ নেযাওঁ বুলি শপত খাই মোক নকৱ মানে মই ইয়াৰপৰা এখোজো লৰচৰ নকৰোঁ।"

ক্ষন্তেকলৈ পলৰ প্ৰণয়ৰ সুখ কল্পনা মাতৃভক্তিৰ আগত পৰাস্ত হ'ল। পলে তাৰ মাকৰ আগত শপত খাই খাটাংকৈ কৈ দিলে যে সেই কলঙ্কিনীৰ তাত আৰু দুনাই সি ভৰি নিদিয়ে।

ততালিকে ৰান্ধনি ঘৰৰ পৰা সি বাহিৰ হৈ গ'ল। মনে মনে ভাবিলে একাষাৰ কথাতে সকলো ঘটনা নিষ্পত্তি হৈ গ'ল।

এতিয়া তেন্তে সি পৰিত্ৰাণ পালে। কিন্তু বান্ধনি ঘৰ ওলাই যাবৰ সময়ত মাকে হুৰাও ৰায়ে কন্দা শুনি তাৰ মনত আতঙ্ক হৈছিল।

শোৱনি ঘৰৰ ভিতৰ সোমাই গোলাপ টগৰ আদি সিঁচৰতি হৈ থকা ফুল আৰু লাহ-বিলাহৰ সামগ্ৰীখিলাকলৈ এবাৰ চকু ফুৰাই চাবলৈহে পালে পলৰ মন আকৌ লহপহ কৰে বাঢ়ি আহিল। পোনালেও পোন নহয় তাৰ লেউসেউ কুমলীয়া মন।

ইন্দ্ৰিয়ৰ পৰিভোগ বাসনা একেবাৰে নিৰ্ম্মূল কৰিবলৈ তাৰ সত নগ'ল। ত্যাগশীল মহাপুৰুষৰ দৃষ্টান্ত লবলৈকো তাৰ এতিয়া হাবিয়াহ নাই। ঈশ্বৰৰ আগত আঁঠু কাঢ়ি আশীৰ্ব্বাদ ভিক্ষাৰী হবলৈকো এতিয়া সি ইচ্ছা নকৰে। নিজে যি ভাল দেখে তাকে কৰিলেহে তাৰ খুদুৱনি মৰে, তেতিয়াহে তাৰ মনত শান্তি হয়। মেজৰ ওচৰত বহি ক্ষন্তেক পৰ বাইবেলখন মেলি লৈ ছেইণ্ট পলে কৰিণ্ঠবাসী সকললৈ লিখা পত্ৰ খন পঢ়িবলৈ চেষ্টা কৰি চালে। কিন্তু তাৰ চকুৰে ছঁয়া ময়া দেখিলে, আখৰ কেইটা পঢ়িবলৈ বেচেৰাৰ শকতি নহ'ল। সি শপত খোৱাৰ পিচত মাকে আকৌ ইনাই বিনাই কান্দিছিল কিয়? মাকৰ বিবৰ্ণ মুখত তেতিয়া চোন হাঁহি বিৰিঙা দূৰে থাওক কান্দোনৰ চিনহে সি দেখিবলৈ পালে! তাৰ মাকে তেনেহলে নিশ্চয় পুতেকৰ অন্তৰৰ ব্যথা বুজিব পাৰিছে? পলে ভাবিলে এই শপত খোৱাব পিচত তাৰ জীৱন অসাৰ হ'ল। এই কথা ভাবি গুণিয়েই তাৰ মাকে ইনাই বিনাই কান্দি আছিল।

ধুমুহাৰ ৰোঁ-ৰোঁৱনিলৈ কাণ পাতি শুনি আকৌ মনে মনে সি ভাবিবলৈ ধৰিলে, "শপত খোৱাৰ জানো কিবা প্ৰয়োজন আছিল? যি মানুহ সঁচাকৈয়ে বলী তাৰ পক্ষে শপতৰ আৱশ্যক নাই। যি মানুহ আকৌ মোৰে নিচিনা নিৰ্ব্বলী সিয়েহে শপত খায়। আৰু নিৰ্ব্বলী মানুহ শপত ৰাখি জানো চলিব পাৰে? সুবিধা পালেই কৰবাৰ অঙ্গীকাৰ কৰবালৈ উৰি যায়। মোৰো এতিয়া সেয়ে গতি। আঁইৰ আগত কৰা অঙ্গীকাৰ মই মানি চলোঁ কেনেকৈ?"

গিৰিপ্ কৰে উঠি দাপোণ খনত তাৰ সুন্দৰ সুঠাম্ দেহাটো চাই মনে মনে গুণ্ গুণ্ কৰে ক'বলৈ ধৰিলে, "ঈশ্বৰৰ সেৱাত একোনিষ্ঠ ভাৱে নিযুক্ত কৰিবলৈকে মোৰ এই দেহাটো। তাকে যদি নকৰোঁ তেন্তে এই দেহা সজাটোত পিশাচে বাঁহ ল'ব।"

তেতিয়া সি ব্যাকুল হৈ তাৰ পাটীখনৰ ওপৰত বাগৰিবলৈ ধৰিলে। উচুপি উচুপি সি বহুত পৰলৈকে কান্দিয়েই আছিল। পেটে পেটে ভয় হৈছিল জানোচা মাকে তাৰ কান্দোন শুনে। শোকে তাৰ বুকুত খুন্দিয়া-খুন্দি কৰিবলৈ ধৰিলে। 'প্ৰভু অধমক বিপদৰ পৰা ৰক্ষা কৰাঁ' এই বুলি কাতৰ ভাবে ঈশ্বৰক প্ৰাৰ্থনা কৰি সি মনত সান্ত্বনা লব খুজিলে। উটি-বুৰি ফুৰা মানুহ এটাৰ অথাউনীয়া সাগৰত এডোখৰ কাঠ পালে যেনে হয়, শোক সাগৰত ওপঙ্গি ফুৰোঁতে পলৰো দুঃসহ যন্ত্ৰণাৰ উপশম হ'ল।

অলপ সকাহ পাই আকৌ পলে গুণা-গথা কৰিবলৈ ধৰিলে। সি ধৰ্ম্মযাজক, প্ৰত্যেক ধৰ্ম্মযাজকেই ঈশ্বৰত একান্ত বিশ্বাস ৰাখি

সঙ্গ আচৰণ কৰিব লাগে। ব্ৰহ্মচৰ্য্য ব্ৰত পালন কৰিবলৈ সি যেতিয়া এবাৰ প্ৰতিজ্ঞা কৰিছে, এতিয়া তাৰ কাৰণে সংসাৰী মানুহৰ ভোগ-বাসনা শোভন নহয়। সেই ছোৱালীজনীকনো সি ভাল পাবলৈ শিকিছিল কেলেই, এতিয়াও সি বুজিব পৰা নাই। হয়তো এনে হ'ব পাৰে চেঙেৰা তেজৰ উম পাই যেতিয়া তাৰ মন মতলীয়া হ'ব খোজে তেতিয়া তাৰ দৰে প্ৰণয়-কাতৰা এগ্‌নিছ নামে এগৰাকী সুন্দৰী যুৱতীয়ে তাৰ হিয়া অধিকাৰ কৰিলে। এগ্‌নিছৰো জীৱন এতিয়ালৈকে তেনেই শূন্য হৈ আছিল। কিয়নো অতদিনে তাইৰ জীৱনত প্ৰণয়ৰ সঙ্গী নাছিল। বন্ধুতাৰ ফাকতি লৈয়েই সিহঁত দুয়োৰে ভিতৰত ভালেদিন সদ্ভাৱ আৰু প্ৰীতিৰ আদান প্ৰদান হ'ল। ইটিয়ে সিটিৰ মিচিকিয়া হাঁহি আৰু চেনেহৰ চাৱনিত ভোল গৈছিল সঁচা, কিন্তু সিহঁতৰ মিলনত বহুত দিনলৈকে কাম-গন্ধৰ চেকা পৰা নাছিল। লাহে লাহে সিহঁতৰ কামনা-বিহীন প্ৰীতি বাসনাৰ জুইত সিজি উৱঁলি পৰিল।

এতিয়া তাৰ মনত বিষাদ হোৱাৰ ঘাই কাৰণটো নো কি? এগ্‌নিছৰ প্ৰতি তাৰ স্বভাৱতে যি চেনেহ সেই চেনেহৰ জৰী ডাল নিষ্ঠুৰ ভাৱে চিঙি পেলাব খোজোঁতেই জানো তাৰ মনত অশান্তিৰ সৃষ্টি হোৱা নাই? প্ৰকৃতিৰ বিৰুদ্ধে থিয় দিবলৈ গৈয়ে সি এই দুৰ্দ্দশাত পৰিছে। এগ্‌নিছৰ অবিহনে তাৰ জীৱন নিৰাশাৰ সাগৰত বুৰ যায়, আৰু মনৰ ব্যাকুলতা দুগুণে চৰে। আজিলৈকে তাৰ জীৱন মৰুভূমিৰ তপত বালিৰ দৰে নীৰস

কৰিয়েই কটাই দিছে। এতিয়া আকৌ এই চলনাত মোহ যাবলৈ তাৰ মনে নস'লে।

এগ্‌নিছৰ নামটো তাৰ মনলৈ আহোঁতেই আৰু তাইৰ লগত সুখৰ সংসাৰ কৰি থকাৰ কথা ভাবিবলৈহে পালে উত্তেজনাত পলৰ মন আকৌ নাচি উঠিল। এগ্‌নিছৰ প্ৰতি খন্তেকলৈ ৰুদ্ধ হৈ থকা প্ৰণয়-প্ৰবাহ আকৌ বিজুলী গতিৰে সঞ্চাৰিত হ'ল। কল্পনাতে সি এগ্‌নিছৰ অৱশ শৰীৰ সাৱটি ধৰোঁ বুলি হাত দুখন মেলি দিলে। নৈৰ সোতঁত ভাহি ফুৰা নল-খাগৰিৰ নিচিনা কোমল এগ্‌নিছৰ লাহী গাটো গৰা মাৰি ধৰি ফুচ্‌ফুচাই সি ক'বলৈ ধৰিলে যে পিচদিনা আকৌ তাইৰ লগত দেখা কৰিবলৈ আহিব। এই কাম কৰিলে তাৰ মাকে সন্তোষ নেপায়, ঈশ্বৰেও কৃপা নকৰে সঁচা, কিন্তু তাৰ পক্ষে এগ্‌নিছ সকলোতকৈ আদৰৰ। অঙ্গীকাৰ, অনুশোচনা সকলোকে একতীয়া কৰিও এতিয়া তাৰ সাদৰী প্ৰিয়তমাৰ কাষ চাপিবলৈ তাৰ মনত বল আছে।

---

দুৱাৰত টক্ টক্ কৰে শব্দ শুনি পলে থকমক্ খাই উঠি বহিল। ৰাতিপুৱা তাক জগাই দিবলৈ আজিও মাকে পাহৰা নাছিল। তাৰ মাক আছিল তেনেই সৰলচিতীয়া পোনপটীয়া তিৰোতা। ৰাতিৰ আহুকলীয়া ঘটনাবিলাক তেওঁ এতিয়া পাহৰা যেন দেখুৱাইছে। আগে পিচে পলক যেনেকৈ টোপনিৰ পৰা তুলি দিয়েহি আজিও তেনেকৈয়ে মাতিলেহি।

অইন দিনৰ দৰে পলে সাজ-কাপোৰ পিন্ধিবলৈ ধৰিলে। আকাশৰ ৰূপালী ৰহণে তাৰ চকুত চমক্ লগালে। পাহাৰৰ দাঁতিত থকা জোপোহা গছবিলাকৰ মাজৰ পৰা ঠেৱে ঠেৱে সুৰ ধৰি গোৱা চৰাইৰ গীত তাৰ কাণত পৰিল। ধুমুহা বতাহৰো এতিয়া হো-হোৱনি গুচিল। গির্জ্জাঘৰৰ ঘন্টাটোৰ মাত নিজম বতাহৰ মাজেদি গোটেই গাৱঁতে শুনিবলৈ পোৱা গৈছিল।

ঘণ্টা বাজিবলৈ ধৰিলে। সেইদৰেই জাউৰিয়ে জাউৰিয়ে ঘণ্টা ধ্বনি জীণ গ'ল। কোঠাটোৰ ভিতৰত সুগন্ধ পালতে তাৰ গা চাটি-ফুটি কৰিবলৈ ধৰিলে। কিয়নো এই সুগন্ধি বস্তুবিলাকেৰে তাৰ দেহ মলমলীয়া কৰি এগ্‌নিছৰ লগত দেখা কৰিবলৈ যোৱা ঘটনাবিলাক আকৌ এটি এটিকৈ তাৰ মনলৈ আহিল। ঘন্টা বাজিয়েই থাকিল। ওলাই যাবলৈ পলৰ শকতি নহ'ল। তাৰ গা ৰাইজাই কৰিলে। এগ্‌নিছৰ ছবিটো মনৰ পৰা আঁতৰাবলৈ

কত যত্ন কৰিলে, একোতে নোৱাৰিলে। এই মানস ছবিটো টুকুৰা-টুকুৰকৈ ভাঙ্গি পেলালেও তাৰ প্ৰত্যেক অংশত এগ্‌নিছৰ ছবি ফুটি উঠে। সি নিৰুপায় হ'ল। পলক নিমন্ত্ৰণ জনাবলৈ আকৌ ঘন্টা বাজিল। ইমানতো পল আজৰি হ'ব পৰা নাই। ইফালে সিফালে ঘূৰি ঘূৰি পলে কি বিচাৰিছে সি নিজেই ক'ব নোৱাৰে। এনেতে ঘপহ কৰে চিঠি এখন লিখোঁ বুলি বহিল।

"ঠেক জপনাখনৰ ভিতৰেদি মনে মনে সোমাই আহি" এই কথাষাৰ লিখিয়েই আৰম্ভ কৰিলে। তেনেতে কি মন গ'ল, উচাট্ মাৰি কাকত খন ফালি ছিৰি পেলাই আকৌ লিখিবলৈ ধৰিলে—

"প্ৰিয়ে,

মোক তোমাৰ ওচৰত পাবলৈ আৰু বৃথা আশা নকৰঁা যেন। আমি দুয়োটি মায়াজালত কটকটিয়াকৈ বান্ধ খাই-ছিলোঁ। পাপ সাগৰত ডুবি জাহ যোৱাৰ পৰা ৰক্ষা পাবলৈ হ'লে অবিলম্বে আমি এই বান্ধোন খণ্ড-পুষ্পকৈ চিঙ্গি নেপেলালে নহয়। তোমাৰ ওচৰলৈ মই আৰু নেযাওঁ বুলি অঙ্গীকাৰ কৰিলোঁ। মোক তুমি পাহৰি পেলোৱঁা। মোলৈ চিঠি নিলিখিবা। আৰু মোক দেখা পাবলৈকো যেন তুমি আশা নকৰা।"

চিঠিখন মাকৰ হাতত দি লাজত তলমূৰ কৰি ক'লে, "আই, এই চিঠিখন এগ্‌নিছক সোনকালে দি আহিবি! অন্যৰ হাতত যাতে নপৰে তাকো চাবি।"

চিঠিখন হাতৰ পৰা যাওঁতে তাৰ গাটো বেজবেজাই যোৱা যেন পালে। ক্ষন্তেকলৈ তাৰ মনৰ খু-দুৱনি গুচিল। এই দুআষাৰ আখৰেই এগ্‌নিছৰ লগত তা্‌ৰ সকলো সম্পৰ্ক নিলগাই পেলাব। এতিয়া তাৰ নিশ্চয়তা লাভ হ'ল। তাকে ভাবি মনত অলপ সান্ত্বনা পাইছিল।

ৰাতিপুৱাৰ নিৰ্জ্জনতা ভেদি আকৌ এবাৰ গিৰ্জ্জাঘৰৰ ঘন্টা বাজি উঠিল। এইবাৰ আৰু পলে বিলম্ব নকৰিলে। আলৰ বুঢ়া মানুহে লাখুটিত ভৰ দি, আৰু বুঢ়ীসকলে কোনোমতে চুচৰি বাগৰি সেই গিৰ্জ্জাত উপাসনা কৰিবলৈ আহিছিল। সকলো মানুহ বহাৰ পিচত এন্টিয়কাছ্ নামেৰে পাচনি জনে জ্বলিথকা ধূপ-ধূনাৰ মলাটো জোকাৰি দি গোটেই ঘৰ ধুৱঁলি কুঁৱলী কৰিলে। আৰু দুই চাৰি উপাসক আহে বুলি পলে অলপ পৰ বাট চাই আছিল। সকলোতকৈ শেহত আহিল মেৰিয়া মেদ্দেলনা। তেওঁক দেখিলতে পল কেঁহেৰাজ বৰণীয়া হ'ল।

চিঠিখন তেন্তে এগ্‌নিছৰ হাতত পৰিলগৈ, আৰু তাৰ ত্যাগ সম্পূৰ্ণ হ'ল। সি মনতে ভাবিলে, 'দেহি ঐ, এগ্‌নিছৰ কোমল অন্তৰে ইমান ডাঙৰ আঘাত স'ব কেনেকৈ ? বেচেৰীৰ হিয়া জ্বলি পুৰি ছাই হ'ব। এনেকুৱা নিষ্ঠুৰ আচৰণ দেখি তাইনো ভাবিছে কি ?' পলে যেন সঁচা-সঁচিকৈয়ে দেখিবলৈ পালে— এগ্‌নিছ চিঠিখন পঢ়ি বেহুঁচ হৈ ঢাঁচ কৰে মাটিত পৰিল। এই হেন দুখৰ বোজা ল'বলৈ তাইৰ কোমল শৰীৰে ন'সলে।

উপাসনাৰ সময়ত পলে কি মাতিছিল সি নিজেই গম নেপালে। নিঠকৰা মাউৰা এগ্‌নিছৰ বিৰৈত তাৰ বুকুত শেলে বিন্ধাদি বিন্ধিছিল। বপুৰীৰ এই যন্ত্রণাৰ কাৰণে পলেই জানো জগৰীয়া নহয় ?

তাৰ পিচত থিয় হৈ পলে উপাসক মণ্ডলীৰ ফাললৈ চাই বক্তৃতা আৰম্ভ কৰিলে। সততে পলৰ বক্তৃতা দিয়া অভ্যাস নাছিল। সেইদেখি তেওঁ ক'বলৈ থিয় হলতে সকলো মানুহ তেওঁৰ মুখলৈ চাই ৰ লাগি ৰ'ল। পলে কবলৈ ধৰিলে—

"সমাগত মণ্ডলীৰ সংখ্যা দিনক দিনে কমি যোৱা মই লক্ষ্য কৰি আহিছোঁ। ভাবিলে লাজ লাগে যে কেৱল দেওবাৰৰ দিনাহে উপাসকৰ সংখ্যা অলপ বেচি হয়। সেই দিনাও আপোনালোকে যে কিবা আধ্যাত্মিক জ্ঞানৰ হেঁপাহত ইয়ালৈ আহে এনে নহয়, কেৱল অভ্যাসৰ পথহে অনুসৰণ কৰে। কাপোৰ সলাওঁতে পিন্ধোতাজনে যেনেকৈ অজ্ঞাতসাৰেই পিন্ধি পেলায়, আপোনালোকেও সেইদৰে সপ্তাহত এদিন গতানুগতিক ভাবে ইয়ালৈ আহে। এতিয়া আৰু এনেকৈ সোৰোপালি কৰিলে কাম নচলে। আপোনাসকল জাগৃত হওক। যি মানুহৰ এই সময়টোত আজৰি নাই তেওঁলোকক মই ইয়ালৈ আহিবলৈ কোৱা নাই। গাৱঁৰ জীয়ৰীবিলাক, সৰু লৰা-ছোৱালী আৰু বুঢ়া মেঠা সকলৰ এই সময়ত একো কাম নেথাকে। মই ইয়াৰ পৰা ঘৰমুৱা হওঁতে এনেকুৱা নিৰ্ক্কৰ্মা প্ৰাণী বহুতক পদূলি বাটত বৈ দোকমোকালিৰ হেঙুলীয়া সূৰুযক

আদৰিবলৈ জোপ লৈ থকা দেখিবলৈ পাওঁ। সিহঁতে জানো এই দিনটোৰ আৰম্ভনি সময়ত ঈশ্বৰৰ উপাসনা কৰি ল'ব খোপায়। ঈশ্বৰক প্ৰাৰ্থনা কৰিলে আপোনালোকৰ দৰিদ্ৰতা গুচিব, কুপ্ৰথা আৰু প্ৰলোভনে আপোনালোকক বশ কৰিব নোৱাৰিব। সেইদেখি ৰাইজ সকল, আপোনালোকে আৰু পলম কৰি বৃথাতে সময় নষ্ট নকৰিব। আজিৰ পৰা আমি সকলোটি গোট খাই একেলগে উপাসনা কৰিম—যাতে ঈশ্বৰে আমাক সততে সজ মতি বুদ্ধি দি সংসাৰত সজ পথ দেখুৱায়। আৰু আমাৰ ভিতৰত যি সকলে বেমাৰত কষ্ট ভুগি দিন নিয়াইছে, তেওঁলোকৰ আৰোগ্যৰ কাৰণেও আমি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিম।"

পলৰ বক্তৃতা শেষ হোৱাৰ লগে লগে গোটেই সমাজ নিস্তব্ধ হ'ল। নিলগত শিল ভঙ্গা টঙৰ টঙৰ শব্দ ভালকৈ শুনা গৈছিল। এনেতে এগৰাকী মানুহে আগবাঢ়ি আহি পলৰ মাকৰ আগত নীৰলে ক'লে—"নিকডিমাছৰ অন্তিম সময়। মৰণৰ আগতে তেওঁৰ জীৱনৰ পাপ পুণ্যৰ সোঁৱৰণ * কৰাবলৈ পল শীঘ্ৰে যাব লাগে।"

---

* মৃত্যুৰ সময়ত হিন্দু সকলে যেনেকৈ প্ৰায়শ্চিত্ত হে পাপ আচৰণ বিলাকৰ ফল স্বৰূপ ভয়াবহ নৰকৰ পৰা অব্যাহতি পাবলৈ প্ৰাৰ্থনা কৰে, খৃষ্টীয় সকলেও সেইদৰে অন্তিম সময়ত জীৱনৰ সকলো পাপ প্ৰলোভন আৰু অন্যায় আচৰণ ধৰ্ম্মযাজকৰ আগত ব্যক্ত কৰি ঈশ্বৰৰ অনুগ্ৰহ কামনা কৰে।

"পল, আগেয়ে তই অলপ পানী-তুনি খাই হে তেনেহলে তালৈ যাবি। নহয় জানো ?" এই বুলি মাকে সুধিলে হয়, কিন্তু পলে নেদেখা আৰু নুশুনা ভাও ধৰিয়ে থাকিল। মাক পুতেক দুয়োৰে মন আছিল একেটি বস্তুতে—এগ্‌নিছৰ হাতত সমর্পণ কৰা চিঠি ডুখৰি। কিন্তু কোনোজনে এই বিষয়ে উলিয়াবলৈ সুবিধা পোৱা নাই। পলে যেনেকৈ সোধো সোধো বুলিও লাজত সুধিব নোৱাৰিলে, তাৰ মাকেও কওঁ কওঁ বুলি ক'ব পৰা নাই।

মণিকুট সোমাই গাৰ সাজ-পাৰ খিনি সোলোকাই লৰা-লৰিকৈ পল গুচি গ'ল। এন্টিয়কাছে কাপোৰবিলাক সামৰি সুতৰি পাভটি এখনৰ ওপৰত তুলি থ'লে।

মাকৰ পোৰাপেট নহয় পুতেকৰ দুখ দেখি নস'লে। —"নোখোৱা নোবোৱাকৈয়ে লৰাটো গুচি গ'ল। আই ঐ দেহি, সি খোৱাৰ পিচত যদি তাক ক'লোহেঁতেন!"

এন্টিয়কাছে টপৰাই মাত লগালে, "নহয় আই, ধৰ্ম্মযাজক বুলিলে সকলো কাম এনেকৈয়ে কৰিবই লাগিব। বাৰু, পলৰ মোৰ ওপৰত খঙ উঠিছিল নে কি ? মই তেওঁৰ কথাবিলাকলৈ যে মন নিদিওঁ এনে নহয়, পিচে সেই বুঢ়া-মেঠা মানুহ বিলাকে হাঁ-কৰি মুখুজামুখুজাকৈয়ে তেওঁৰ কথাবিলাক কাণ পাতি শুনি থকা দেখি হাঁহি সামৰিব নোৱাৰিলোঁ। মই আপোনাক বাজি ধৰি ক'ব পাৰোঁ, মার্ক পানীজাই কেৱল বছেৰেকত দুদিনহে তাৰ মুখ খনকে ভালকৈ ধোৱে—এদিন ইষ্টাৰত, আন দিন

বড়দিনত। আপুনি চাই থাকিব আজিৰপৰা সিহঁত নিয়ম মতে ইয়ালৈ আহিব। কিয়নো পলে কৈছিল নিতৌ ইয়ালৈ আহি উপাসনা কৰিলে সিহঁতৰ দৰিদ্ৰতা গুচিব।”

“এৰা, দৰিদ্ৰতা মানে সিহঁতে জানো বুজিব পাৰিছে যে আধ্যাত্মিক দৰিদ্ৰতাৰ কথা হে পলে কৈছিল!” এইদৰে কৈ পলৰ মাকে প্ৰকাশ কৰিলে যে তেওঁ অন্ততঃ দৰিদ্ৰতা কিহক বুলিছে তাক বুজিব পাৰিছিল। এক্টিয়কাছে গপত ওফন্দি মনে মনে ভাবিলে, সাধাৰণ তিৰোতা মাম্নুহ জনীয়ে তাৰ দৰে জানো বুজিব পাৰে? সি চাৰিউ শাস্ত্ৰ * কণ্ঠস্থ কৰি ৰাখিছে, আৰু অলপতে ধৰ্ম্মযাজকৰ শাৰীলৈ উধাবলৈকো আশা কৰিছে। এনেস্থলত তাৰ দৰে শাস্ত্ৰৰ কথা বুজোঁতা কেইজন আছে?

ইয়াৰ পিচত পলৰ মাকে ঘৰলৈ গৈ পলৰ কাৰণে দুপৰীয়াৰ আহাৰ গোটাইছে। এনেতে সাউত কৰে এক্টিয়কাছ তেওঁৰ ওচৰলৈ গৈ পেঘেনীয়াবলৈ ধৰিলে, “আপোনাৰ পুতেকে আজি মোক বৰকৈ বিকৰ্থনা কৰিলে। মই হেনো তেওঁৰ কথালৈ মন দিয়া নাছিলোঁ। মোক তেনেহলে তেওঁ এই কামৰ পৰা বৰখাস্ত কৰিবনে কি? মোক খেদাই ইলাৰিয়ো পানীজাক ল’ব যেন মোৰ মনে গোন্ধাইছে। কিন্তু, আই, আপুনি চাব সি ভালকৈ কাম চলাব নোৱাৰে। মই খোকোজা নলগাকৈ লেটিন

---

* যীশুৰ জীৱন কাহিনী আৰু ধৰ্ম্মবাদ চাৰিজন প্ৰসিদ্ধ শিষ্যই ৰচনা কৰিছিল। তেওঁলোকৰ নাম মেথিউ, মাৰ্ক্, লুক্ আৰু জন্। তেওঁ-লোকৰ ৰচিত পুথিক গোস্পেল্ চতুষ্টয় বোলে।

পঢ়িব পাৰো, সি নোৱাৰে। মই তাৰ নিচিনা লেভেৰা কাপোৰো নিপিন্ধো। সঁচাকৈয়ে ৰুক চোন বাক্স মোক ভেওঁ খেদাবনে কি ?"

"সি যি কয় তালৈ মন দিবি। সেই সময়ত নেহাঁহিবি। তেনেহ'লে খেদাব কেলেই ?"

"তেওঁৰ মোৰ ওপৰত বৰ খং উঠিছিল নহয় নে বাক্স ? মোৰ মনেৰে ৰাতি ধুমুহা বতাহৰ কাৰণে তেওঁৰ ভালকৈ টোপনি অহা নাছিল। আজি ৰাতি ধুমুহা মাৰোঁতে আপুনি সাৰ পাইছিলনে ?"

কথাষাৰ শুনিলতে পলৰ মাকৰ গাত যেন বিছাই হে ডাকিলে। কটা ঘাৰ ওপৰত চেঙা তেল ঢালি দিলে বিষে কোপে যেনেকৈ জৰ্জ্জৰিত দিয়ে, তেওঁৰো তেনে দশা হ'ল। এৰা, ওৰে ৰাতি পল উজাগৰে আছিল। অৱশ্যে বাহিৰা জগতৰ যি ধুমুহা, সেই ধুমুহাতকৈয়ো বলী পচোৱা বতাহেহে তাৰ মনৰ শান্তি হৰি নিছিল।

আহাৰ পাতি যতনাই থৈ মাক পলৰ কোঠাটোৰ ভিতৰ সোমাল। সুগন্ধি বস্তুবিলাকৰ গোন্ধ পালতে বেচেৰীৰ আকৌ গা চাটি ফুটি কৰিবলৈ ধৰিলে। পল শোৱা গাৰুটোৰ গিলিপটো তেতিয়াও টেপ্‌টেপিয়া হৈ আছিল। সেমেকা গিলিপটো সোলোকাই শুকান এটা লগাব খোজোঁতে তেওঁৰ মনত আজি পোন প্ৰথমে এই প্ৰশ্ন খেলালে—'ধৰ্ম্মযাজক-বিলাকে নো বিয়া কৰিব নেপায় কেলেই ? এই সম্প্ৰদায়ৰ মানুহবিলাকে নো গৃহস্থালি কৰিলে কি হয় ?'

এই প্ৰশ্নৰ লগে লগে এগ্‌নিছৰ অতুলনীয় সম্পত্তি আৰু প্ৰকাণ্ড অট্টালিকাবিলাকলৈ তেওঁৰ মনত পৰিল।

"তেওঁলোকে যেতিয়া শাস্ত্ৰ ব্যাখ্যা কৰিবলৈ ধৰিব, কেউপিনে ল'ৰা-ছোৱালীবিলাকে আগুৰি ধৰিব। কোনোটোৱে বগুৱা বাই কোলাত উঠিব, কোনোটোৱে কান্দিব। দেখিবলৈ হওঁতে বাৰু হ'ব। ধৰ্ম্মযাজকৰ ঘৈণীয়েক থকাৰ কথা শুনিলে মানুহৰ হাঁহিত পেটু নাড়ী ছিগিব। যেতিয়া গিৰিয়েক ঘৈণীয়েক ফুৰিবলৈ যাব তেতিয়া দূৰৈৰপৰা সাইলাখ প্ৰেমিক প্ৰেমিকা যেন দেখা যাব; আৰু মৰিবৰ সময়ত ঘৈণীয়েকে গিৰিয়েকৰ আগতে নিজৰ পাপ কাৰ্য্যবিলাকৰ সোৱঁৰণ কৰিলেই হব।"

"কেলেই, যদি মই মৰোঁ তেতিয়া জানো পলৰ আগতে সোৱঁৰণ নকৰিম ?"

"নহয় আই, আপুনি যে পলৰ মাক। মাকৰ কথা সুকীয়া; আপোনাৰ পলে বিয়া কৰাব পৰা ছোৱালী জানো এই ৰাজ্যত আছে ? অ' হওঁতে হয় নিকডিমাছৰ নাতিনী ছোৱালী এটি আছে। এহাতে বপুৰী বোবা। আনহাতে লেঙ্গুৰী।"

"এগ্‌নিছ থাকোঁতে ছোৱালীৰ কথা ভাবিব লাগিছেনে ?"

"ওঁহো, ওঁহো, নহয় আই। এগ্‌নিছ দেখাত কুৰূপ, তাৰোপৰি তাই অহঙ্কাৰী, বয়সতো বুঢ়ী। পলে তাইক নিশ্চয় ভাল নেপায় আৰু······"

এনেতে কটপ্ কটপ্ কৰে বাহিৰত কাৰোবাৰ খোজ শুনা গ'ল। দুয়ো কাণ পাতি সেই শব্দ শুনি থাকিল। কথাবতৰাবো ওৰ পৰিল।

---

পল ৰাতিপুৱাৰ আহাৰ খাবলৈ বহিল। মাকে আতৌ-পুতৌকৈ ভালৰো ভাল বস্তুখিনি যতনাই দিলে। এন্টিয়কাছে অতপৰ ভয় কৰি আছিল কিজানি পলে আজি তাক দেখিলেই অগ্নিশৰ্ম্মা হৈ পৰে। কিন্তু, দৰাচলতে পলৰ খং নুঠিছিল। এন্টিয়কাছক দেখিয়েই তাকো মাতি নি লগতে খুৱাবলৈ ধৰিলে।

খোৱা-বোৱা শেষ হ'লত পলে এন্টিয়কাছক ক'লে, "আবেলি বেলা তই পঢ়া দিবলৈ আহিবি। লেটিন পঢ়াত সোৰোপালি কৰিলে নহয়। সেইদেখি মন পুতি পঢ়াত লাগিবি। মোৰ হাতত থকা ব্যাকৰণখনো কেইবা শতিকাৰ আগৰে। সেই কাৰণে ময়ো এখন নতুন ব্যাকৰণ গোটাই লম।"

তাৰ পিচত নিকডিমাছৰ অন্ত্যেষ্টিৰ কাৰণে অঞ্জন আৰু অন্যান্য লাগতিয়াল বস্তু যুগুত কৰি ৰাখিবলৈ দিহা দি এন্টিয়কাছক বিদায় দিলে। পলে বাত্তৰি-কাকতখন চকুৰ আগতে লৈ অলপ সময় পঢ়াৰ ভাও জুৰিলে। মাকৰ চকুৱে চকুৱে পৰে বুলি সি বহুত সময় তললৈ মুৰ কৰিয়ে থাকিল। মাকে তাৰ মনৰ কথা ঢুকি পাইছিল সঁচা কিন্তু কি বুলি নো ভেওঁ চিঠিখন দিয়াৰ কথা পলৰ আগত উলিয়াব তাকে ভাবিবলৈ ধৰিলে।

বহুত পৰ টলকা মাৰি থকাৰ পিচত মাকে ক'লে, "পল, চিঠিখন মই এগ্‌নিছৰ হাতে হাতে দিলোঁ। তাই তেতিয়া ফুলনিৰ মাজত জুৰ্ লৈছিল।"

"ভাল হ'ল," এই বুলি কৈ পলে বাতৰি-কাকতখনলৈকে চাই থাকিল। মাকে আকৌ কবলৈ ধৰিলে, "চিঠিখন তাইৰ হাতত দিয়া আন কেৱে নেদেখিলে। অকলশৰীয়াকৈ থাকোঁতেই এগ্‌নিছক দিলোঁগৈ। মই সুধিলোঁ, কিবা উত্তৰ পামনে কি? তাই অলপ পৰ ৰ'বলৈ কলে। তাৰ পিচত চিঠিখন খুলি চায়েই তেনেই বিমৰ্ষ হ'ল, তাইৰ মুখখন কেহেৰাজ বটা যেন হ'ল। চকুৰ ঠাৰেৰেই মোক বিদায় দিলে।"

"ভাল হ'ল, আৰু বখানিব নেলাগে।" এই বুলি কওঁতে পলৰ মুখখন দেখি মাকে বুজিব পাৰিছিল বপুৰাৰ অন্তৰত শোক-জুই কিমান প্ৰকোপেৰে জ্বলি উঠিছিল। "এই বিষয়ে আৰু মোক একো কথা নকবি। কৰ যদি কালি ৰাতিৰ দৰে আজিও গুচি যাম।"

এইদৰে কৈয়েই একে চাবেই থিয় হৈ পল ওলাই গুচি গ'ল। মাকেও থৰথৰকৈ কঁপি আখল সোমাল। বেচেৰীৰ হুঁচ ভূৎ হৰিল। কিজানিবা আকৌ পলে নিষেধ্য প্ৰণয়ৰ জৰীৰে নিজক সাঙুৰি পেলায়!

* * * *

গিৰ্জ্জাঘৰৰ মণিকুটৰ ভিতৰ সোমাই পলে ধক্ ধক্ কৰে শুকুলা বৰণৰ হলৌ চোলাটো পিন্ধিলে। হাতত এটি ধূপৰ

খুৰীত অঞ্জনৰ কাৰণে তেল ল'লে। এস্টিয়কাছে মূৰৰ পৰা ভৰিলৈকে ৰঙা কাপোৰ পিন্ধি এটি সোণ খটোৱা ছাতি পলৰ ওপৰত হাতেৰে দাঙি ধৰিলে। নিমিষতে অলেখ সৰু সৰু লৰাই সিহঁত দুয়োকে বেৰি পেলালে। এস্টিয়কাছে হাতত এটা ঘণ্টা লৈ টঙৰ টঙৰ কৰে বজাবলৈ ধৰিলে আৰু এখুজি দুখুজিকৈ সিহঁতে নিকডিমাছৰ ঘৰৰ ফালে খোজ ল'লে। মৃতকৰ সৎকাৰ কৰিবলৈ যোৱা যাত্ৰীসকলৰ যিহে গহীন মুখ, সেই গহীনতাই নিজম মাজনিশাৰ নিস্তব্ধতাকো চেৰ পেলাব পাৰে।

পল আৰু তেওঁৰ সহযাত্ৰীসকল দলে বলে গৈ নিকডিমাছৰ ঘৰ সোমাল। ইটো কুঠৰিৰ পিচত সিটো কুঠৰি মেলি চাই দেখে নিকডিমাছ ঘৰত নাই। সকলো মানুহ আচৰিত হ'ল। ইফালে সিফালে বিচাৰ কৰিলে হয় কিন্তু কোনেও নিকডিমাছ অন্তিম শয্যাৰপৰা ক'লৈ গ'ল একো উৱাদিহ উলিয়াব নোৱাৰিলে। নিকডিমাছৰ নাতিনীয়েক ছোৱালীজনীয়ে ককাকৰ কাৰণে ঔষধ আনিবলৈ ওচৰ-চুবুৰীয়া গাওঁ এখনলৈ গৈছিল। এনেতে উলটি আহি ঘৰ শূন্য দেখি তাই হুৱাদুৱা লগালে। গোটেই গাৱঁতে তোলপাৰ লাগিল—নিকডিমাছ মৃত্যু-শয্যাৰ পৰা নাইকিয়া হ'ল। এজাক সৰু লৰাই আঙুলি টোৱাই দেখুৱালে "সৌ পৰ্ব্বত পাৰ হৈ তেওঁ ভৈয়ামলৈ গৈছে।"

ছোৱালীজনীয়ে ততালিকে সেই ফাললৈ মুখ কৰি বিম্বা-শবদে লৰিবলৈ ধৰিলে। পল আৰু এস্টিয়কাছ গিৰ্জ্জাঘৰলৈ উভতি আহিল। গাৱঁৰ বুঢ়া মেঠা লোকসকলে জুম বান্ধি

এই অমঙ্গলীয়া ঘটনাৰ কথাকে কোৱা-কুই কৰিবলৈ ধৰিলে। কোনোবাজন বয়সীয়াল লোকে হয়তো এই বুলিয়ে সান্ত্বনা দিলে—"ঈশ্বৰৰ ৰাজ্যত কত কি ঘটনা ঘটিব পাৰে! আমাৰ নিচিনা পথালি-চকুৱা মনিচে তাৰ কি উমান পাওঁ ?"

চকুৰ পচাৰতে এই বাতৰি লৰাৰ পৰা বুঢ়ালৈকে সকলোৰে কাণত পৰিল। সকলোৰে মুখত একেষাৰ কথা—"শোৱা পাটীৰে পৰা বেমাৰী মানুহ জন ক'ত লুকাল ?" দৰাচতে ই আচৰিত হ'বৰ কথাই।

---

পলে দুপৰীয়াৰ আহাৰ খাবলৈ বহিছে এনেতে এন্টিয়কাছে খবৰ দিলে যে নিকডিমাছক পোৱা গল। নৰিয়া পাটীত পৰি মানুহজনে তেওঁৰ পৰ্ব্বতৰ ওপৰৰ বহাটোত নো কেনেকৈ মৰিব পাৰে তাকে ভাবি-গুণি আছিল। এনেতে এবাৰ গাত বৰ বল পাইছিল। এই ছেগতে বেমাৰী গাৰেই ঘুমটি ফুৰণত ফুৰা মানুহৰ দৰে নিকডিমাছে একে চাবেই গৈ পৰ্ব্বতীয়া পঁজাটোৰ তলত মুৰ সুমুৱালেগৈ। তেওঁৰ দুই-চাৰি আপোন মানুহে এই অৱস্থাত তেওঁক দেখা পাই আহিছে। এই অকলশৰীয়া ঘৰটোত সোমাই বেচেৰাই এতিয়া অন্তিত মুহূৰ্ত্তলৈকে বাট চাই আছে।

পলে খাই উঠিছেহে মাথোন, এনেতে এগৰাকী বুঢ়ী মানুহে কান্দি-কাটি আউলি-জাউলি হৈ অকণমান ছোৱালী এটিক কান্ধত পেলাই তেওঁৰ ওচৰ পালেহি। বুঢ়ীজনীয়ে কলে বোলে ছোৱালীজনীক ভূতে পাইছে, তাই দাঁত-মুৰ কৰচি থাকে, চকু থিৰ কৰি চায়, গাত হুঁচ তৎ নাই। আউৰি-সাউৰিকৈ কান্দি কাতি বেচেৰীয়ে জীয়েকৰ গাৰপৰা ভূত খেদাবলৈ পলক কাকুতি কৰিলে।

বাইবেল ধৰ্ম্মপুথিখন আগত মেলি লৈ এহাতে ছোৱালী-জনীৰ মূৰত ধৰি পলে ফুটাই ফুটাই গাবলৈ ধৰিলে * :—

"তেওঁলোক আহি গেডেৰীণসকলৰ দেশ পালেহি। যীশুৱে বামলৈ নামি গৈ এটা ভূত প্ৰেত পোহা মানুহ লগ পালে। তাৰ গাত কানি-কাচুটি নাই, ঘৰ বাৰী নাই, সি শ্মশানত থাকে। যীশুক দেখিয়েই যীশুৰ চৰণত দীঘল দি পৰি সি কাকূতি কৰিলে—"প্ৰভু মোক শাস্তি নিদিবা। তুমি ঈশ্বৰৰ অংশ, এতেকে তোমাৰ আগত মোৰ আৰু কৌশল নিটিকে।"

মন্ত্ৰৰ বশ এই পিশাচহঁত ছোৱালীজনীৰ গাত বেচিপৰ তিষ্ঠিব নোৱাৰিলে। তাই চকু মেলিলে, মুখখনো সুস্থ মানুহৰ নিচিনা হ'ল, আকৌ তাই চেতনা লভিলে। বুঢ়ী মানুহজনীয়ে হেৰোৱা ৰতন ঘূৰাই পাই নথৈ আনন্দ পালে, আৰু পলৰ ভৰি ছুই সেৱা জনালে। মাক আগত থাকোঁতে পলে ইমান ডাঙৰ সন্মান লবলৈ লাজ পাইছিল, কিয়নো তাৰ মাকেহে কেৱল জানে সি ধৰ্ম্মৰ নাম লৈ কেনে অধৰ্ম্ম আৰু পাপ আচৰণ

---

* চান্দিনীয়া দ্বীপৰ এই মন্ত্ৰ চিকিৎসাৰ চানেকি দেখিলে আমি বিস্ময়ত বুৰ যাওঁ, কিয়নো হুবহু এনে প্ৰথা আমাৰ দেশতো আছে।

গোৰক্ষ নাথ বিদেশে যায়।
চোৰ সাপ বাঘ দৈত্য পলায়॥

এই মন্ত্ৰফাঁকিত যেনেকৈ এজন পুণ্যশীল লোকৰ আগমনত অশুভ আৰু অপায়-অমঙ্গলৰ বিনাশ হয় বুলি কোৱা হৈছে এই খৃষ্টীয় মন্ত্ৰ-ফাঁকিতো অবিকল তেনে এটি বিশ্বাসৰেই আভৰণ দিয়া আছে।

কৰিছে। সেই দেখি তাক সম্মান জনাবৰ সময়ত সি ভৰি দুটা লৰালৰিকৈ কোচাই পেলাইছিল।

এই ঘটনাৰ পিচত পলে আজৰি নেপাইছিল। নিকডিমাছৰ ওচৰলৈ যাব লাগে বুলি সম্বাদ আহিলেই। এটা চেঙ্গা ঘোৰাত উঠি এন্টিয়কাছক লগত লৈ পলে ওখোৰা-মোখোৰা পৰ্ব্বতীয়া বাটৰ ওপৰেদি নিকডিমাছৰ পঁজা বিচাৰি ওলাল। গৈ গৈ নিকডিমাছৰ ঘৰ পালেগৈ। ঘৰটোৰ চাৰিওফালে বনৰীয়া পহু আৰু গাহৰিৰ শুকান ছালেৰে উপচি আছিল। নিকডিমাছ নিপুণ চিকাৰী। তাৰ জীৱন কালত যতবিলাক জীৱ বধ হৈছিল এইবিলাক তাৰেই চিন চাব। নিকডিমাছক পলে দুই একাষাৰ কথা সুধিছিল; কিন্তু উত্তৰ হলে নেপালে। অলপ দূৰৈতে থাকি এটা পোহনীয়া উকহ্ চৰায়ে ঢপ্ ঢপ্ কৰে ডোকা কোবাই মৃত্যুকালৰ নিস্তব্ধতা জিনি পেলাইছিল।

---

আগত ঠেৰেঙ্গা লাগি পৰি থকা নিকডিমাছৰ শটোলৈ চাই পলে মনে মনে ভাবিছে—'এয়েই মৰণ। অতদিন যি মৃত্যুক ভয় কৰি আছিল সি আজি যমদূতৰ হাতত পৰিল। তাৰ দেহাটো এতিয়া চৌপাশে পৰি থকা শিলা এডোখৰৰ নিচিনা হ'ল। ডেৰকুৰি বা দুকুৰি বছৰৰ পিচত মোৰো জানো একে দশা নহব ? অ' এতিয়া প্ৰায় সাঁজ লাগিবৰ হলেই। আজি ৰাতিও বেচেৰীয়ে মোৰ কাৰণে জানো বাট চাই থাকে।..."

পল উচাপ খাই উঠিল। আৰু ক'তা নিকডিমাছে এতিয়াও উশাহ লৈ থকাৰ চিন পাইছে। শেষ সময়ত প্ৰাণ-বায়ুয়ে দেহা সঁজাটোৰ বান্ধোন ছিঙি সহজে এৰি যাব পৰা নাই হবলা। সেয়ে হ'লে পল আজি উভতি যাওঁতে ৰাতি পুৱাবই – তাত সংশয় নাই।

"আজি গোটেই ৰাতি ইয়াতে মই থাকিবই লাগিব। এৰাতিলৈ এগ্নিছক নেদেখি থাকিব পাৰিলেও মই ৰক্ষা পাওঁ, কিয়নো ইয়াৰ পিচত আৰু মন বান্ধিবলৈ সহজ হয়।"

আকাশত সেন্দুৰী ৰহণৰ বোল সানি সূৰুয দেৱতাই মেলানি মাগিছে। পৰ্ব্বতীয়া শিলৰ চপৰাবিলাকৰ ছাঁবিলাকো দীঘল হৈ পৰিছে। বতাহত হালি-জালি লেউ-সেউ হৈ থকা গছৰ জোপাবিলাকেও দীঘল ছাঁ পেলাইছে। মুনিচুনি বেলা,

গাৰ নোমো দেখা নেযায়। বাহিৰত যেনেকৈ আন্ধাৰ পোহৰৰ হেতা-ওপৰা লাগিছে, পলৰ মনতো তেনে। তাৰ মনটো দুপিনৰ পৰা দুগছ শকত জৰীয়ে সমানে সমানে এনেকৈ টানি নিছে যে কোন পক্ষই আগুৱাই টানিছে তাক বুজিবই নোৱাৰি।

—'মানুহজনে এতিয়া কথা-বতৰা ক'ব নোৱাৰে। সেই দেখি মৰণ কালৰ লেপ দিবৰ * সময় হ'ল। তাৰ শৰটো নিয়াবলৈকো দিহা কৰি থৈ যাব লাগে। ৰাতিটো জানোচা ইয়াতে......" এই বুলি মনতে সি আধা ভৰাকৈয়ে ৰ'ল। এনে কঠুৱা কথা একাষাৰ বাৰু তাৰ মনে স'ব কেনেকৈ।

ইয়াৰ পিচত ৰূপৰ খুৰীটোৰ পৰা বাকি লৈ পলে নিক-ডিমাছৰ দেহাত প্ৰথমে তেলৰ লেপ দিলে। তাৰ পৰা ক্ৰমে হাতৰ তলুৱা দুখনি আৰু দুই ভৰিত অঞ্জন সানিলে। পলৰ কাম তেন্তে এক ৰকমে শেষ হ'লেই!

মাৰ যোৱা সূৰুযৰ সোণালী জেউতিয়ে আকৌ এবেলি পঁজাটোৰ ভিতৰলৈ ভুমুকি মাৰি মেলানি মাগিলে। এটি নৰ-মনিচেও জীৱন সন্ধিয়াত বহি শেষ বাৰলৈ হেঁপাহেৰে সৌন্দৰ্য্যেৰে ভৰা সংসাৰ খনলৈ চাই পঠিয়ালে। পলে মনে মনে ভাবিলে—'মই উভতি যাব লাগিব। অথবা ইয়াত পৰ দি থকাৰ একো প্ৰয়োজন নাই।' বাহিৰলৈ ওলাই আহি ক'লে

---

* হিন্দুবিলাকৰ মৃতকক মাহ হালধিৰে গা ধুওৱাৰ নিচিনা ই এটি ৰীতি।

"আৰু সৰহ পৰ নাই। চিপ্ টানেহে লাগে।" আন এজন মানুহে মাত লগালে, "আলাইচতহে এনে কৰিছে।"

পলে ক'লে, "কেইপৰমান জীয়াই থাকিবও পাৰে। কিন্তু তথাপি এতিয়াৰে পৰা দিহা যুগুতি কৰাহে ভাল।" ইয়াৰ লগতে ক'ব খুজিছিল, "ওৰে ৰাতি মই ইয়াতে থাকিবই লাগিব," কিন্তু মুখত নুফুটিল। আন্ধাৰ হোৱাৰ লগে লগে তাৰ মনৰ পৈশাচিক বাসনাবিলাকো দোপত দোপে লহ্ পহ্কৈ বাঢ়ি আহিছিল। নীৰলে এই কথা সি লক্ষ্য কৰিব পাৰিলে ; কিন্তু লগে লগে তাৰ বিবেকেও ফুচ্ফুচাই কাণত কৈ গ'ল যে সি পাপক আৰু প্ৰশ্ৰয় দিব নোৱাৰে।

"কেৱল আজি ৰাতিটো যদি তাইৰ মুখ নেদেখাকৈ কটাব পাৰোঁ মই ৰক্ষা পাওঁ।" এই বুলি মনে মনে কৈ সি অলপ সান্ত্বনা পালে। কোনোবাই যদি বলেৰে ধৰি বান্ধিও ৰাতিটোলৈ তাক পাপৰ পৰা আঁতৰাই ৰাখিলেহেঁতেন! বুঢ়া মানুহটোৱেই বা যদি আগৰ দৰে সুস্থ হৈ তাক আকোঁৱালি ধৰি ৰাখিলেহেঁতেন! কিবা কাৰণত এই ৰাতিটো ইয়াতে কটাব লগীয়া হয় যদি সি ভবিলে। এনেকুৱা কিবা চেলু বিচাৰি পল অলপ পৰ টলকা মাৰি বহি থাকিল। দুখ ভাগৰত তাৰ শৰীৰ অৱশ হোৱা যেন পালে। শিলৰ ওপৰতে শুই টোপনি গ'লেই আজি ৰক্ষা।

নিকডিমাছৰ নাতিনীয়েকে অতবিলাক মানুহ খাপদি থকা দেখি মনে মনে প্ৰমাদ গণিলে। কি জানিবা ইহঁতে আকৌ মৰা মানুহজনৰ টকা-পইছাকে ভাগ বাটিব খোজে। সেই দেখি তাই

পলক বুজাই দিলে যে তেওঁলোক কেইজন আৰু কষ্ট কৰি থকাৰ আৱশ্যক নাই। বাকী কামখিনি তাই সুকলমে কৰিব পাৰিব।

পলৰ তেনেহলে তাত ৰাতি খপিবৰ দৰকাৰ নাই। ঈশ্বৰে নিশ্চয় ভালৰ কাৰণেই তাক তাৰপৰা গুচি যাব লগীয়া কৰিলে। ততালিকে সি ঘোঁৰাত লাফ্ মাৰি উঠি লগত গাৱঁৰ চন্তৰিটো আৰু এন্টিয়কাছক লৈ ঘৰমুৱা হ'ল। চন্তৰিটোৱে যুজাৰু চিপাহীৰ দৰে মৰা শটোৰ ফাললৈ মুখ কৰি প্ৰণাম কৰিলে। বুঢ়া ঈগল চৰাইটোৰ ডোকা দুখনিয়ে এই সময়তে টপ্ টপ্ কৰি যেন তাৰ প্ৰত্যুত্তৰ দিলে।

চকু চাওঁতেই নিশাৰ অন্ধকাৰে তেওঁলোকক আগুৰি পেলালে। দূৰৈত এটা কাঠৰ মেজিত জুই লগাই এজুম মানুহে ৰং-ধেমালি কৰি উৎসৱ পতা তেওঁলোকৰ চকুত পৰিল। পলে এই মানুহবিলাকৰ কুসংস্কাৰবোৰ দেখি নিজকে নিজে দূষি ক'লে, "হায়, মই নিজে যি বিধৰ্মী হলোঁৱেই তাৰ লগে লগে এই নিৰীহ প্ৰজাবিলাকবো দোষৰ ভাগী হৈছোঁ। দয়ালু ঈশ্বৰে সকলোটিকে পৰিত্ৰাণ কৰক!"

পলৰ মনত খেলাইছিল সি যেন বীৰৰ দৰে এতিয়া তাৰ নৈতিক সাহ প্ৰকাশ কৰি দেখুৱাব, আৰু সি ততালিকে সিহঁতৰ আগলৈ আহি নিজৰ পাপ ব্যভিচাৰৰ কথা প্ৰকাশ কৰি পেলাব আৰু অনুতাপত উৱঁলি যোৱা তাৰ অন্তৰখন সিহঁতৰ আগত দেখুৱাব। তেতিয়া সিহঁতে বুজিব যে পাপত লীন হৈছিল বুলিও

পলে সততে বিবেকৰ বাণীলৈ আওকাণ কৰা নাছিল। প্ৰকৃতিৰ অদম্য প্ৰেৰণাতহে কেতিয়াবা তাৰ দুৰ্ব্বল হৃদয়ে পৰাজয় মানিছিল, আৰু দুখোজ এখোজ সি পিছল খাইছিল।

এনেতে তাৰ ক্ষীণ বিবেকে কাণত যেন ফুচ্ফুচাই কৈ গ'ল, "মানুহবিলাকে উছৱ পাতি আনন্দ পাইছে তাত তুমি হকা বাধা নকৰিবা। ই সিহঁতৰ বিশ্বাসৰ কথা। খৃষ্টীয় ধৰ্ম্মই অনুমোদন নকৰিলে বুলিয়েই সিহঁতক এটা আমোদৰ পৰা তুমি বঞ্চিত কৰিলে গৰ্হিত কাম কৰিবা। সিহঁতে তোমাক ভগৱানৰ অংশ বুলি ভাবি ঈশ্বৰক হে স্তুতি কৰিছে। এনে স্থলত তোমাৰ দুৰ্ব্বলতা বিৱৰি কৈ মহিমাময় জনৰ বন্দনাত কলঙ্ক নানিবা।"

আকৌ এবাৰ হিয়াৰ তলিৰ পৰা যেন বিবেকৰ ককৰ্থনা তাৰ কাণত পৰিলহি। ছিঃ ছিঃ, সি তাৰ পুণ্য জীৱনৰ কি বিলৈ কৰিলে! পাপৰ বোকাত নামি তাৰ জীৱনত চেকা লগালে। এই কেৰোণীয়া নৈতিক চৰিত্ৰৰ বোজা বৈয়ো সি সিহঁতৰ মাজত কেনে দেৱতাৰ নিচিনা আদৰ পাইছে। আৰু তাৰ মাকে চাই থাকোঁতেই তাৰ এইদৰে পতন হ'ল। মাকে হয়তো ভাবিছিল যে পলে পাপৰ পলসুৱা বোকাৰ পৰা উদ্ধাৰ পাইছে। 'কিন্তু ক'তা,' পলে মনতে ভাবিলে, 'মই চোন পাপৰ পৰশ পাই তেনেই এলেন্ধুৱা হৈয়ে আছোঁ।'

অ' মানুহবিলাক থুপ খাই থকাৰ পৰা পলৰ চোন আজি উপকাৰেই হ'ব! সিহঁতৰ লগত কথা-বতৰা হৈ থাকোঁতেই মাজ ৰাতি পাৰ হৈ যাব। তাৰ পিচত সিহঁতৰে কেইজন মানক

ঘৰলৈ মাতি নিলে ৰাতিটো সেইদৰে কথা বতৰাতে কটাৰ পাৰিব। এৰাতিলৈকো এগ্‌নিছক পাহৰিব পাৰিলে সি নিস্তাৰ পায়।

পল ঘোঁৰাৰ পিঠিত উঠি থকা দৃশ্যটো চাই সকলোতকৈ ৰং পাইছিল এন্টিয়কাছে। পলৰ শুৱনি দেহাটো তাৰ চকুৰ আগত দেৱতাৰ মূৰ্ত্তি যেন লাগিছিল। পল যেন সাক্ষাৎ কোনোবা এজন ঋষিহে, মানুহক আধ্যাত্মিক উন্নতিৰ জখলাত তুলি নিবলৈ সিহঁতৰ মাজত সাধাৰণ মানুহৰ দৰে কাল নিয়াইছে।

মানুহ জুমৰ ওচৰ পাই পলে দেখিলে সিহঁতে বাটৰ কাষৰ এখন মদৰ দোকানৰ পৰা ফটিকা খাই ৰাগী লগাইছে। সিহঁতৰ মাজত যে হাই উৰুমি নহৈছিল এনে নহয়। পলৰ লগত যোৱা চন্তৰিটোৱে যি ফেৰা অশান্তি হৈছিল তাক দমালে। তাৰ পিচত মতা-তিৰোতা সকলোৱে পলক চাৰিওকালে ঘেৰি থিয় হ'ল। মাকহঁতৰ কোলাত থকা কেঁচুৱা পোণাবিলাকেও মাজে সময়ে আমনি কৰিছিল। দপ্ দপ্ কৰে জ্বলি থকা জুইৰ সোণালী পোহৰ পাই তিৰোতাবিলাকৰ হাতত থকা বহু-মূলীয়া ধাতুৰে গঢ়া তাবিজবিলাকো জিলিকি পৰিছিল। চট্‌কটাই থকা এই মানুহৰ জুমটোৰ সোঁমাজতে ধীৰ গম্ভীৰ হৈ এটা ঘোঁৰাৰ পিঠিত বহি আছে—সিহঁতৰ ধৰ্ম্মযাজক পল। দেহি ঐ, পল নো সিহঁতৰ কিমান আদৰৰ ধন! পলেই জানো সিহঁতৰ মনত জ্ঞান আৰু ধৰ্ম্মৰ কুমলীয়া গুটি সিঁচি দিয়া নাই? পলৰ অবিহনে সিহঁত ৰখীয়া নথকা ভেৰা নহয় জানো?

এনেতে ডাঢ়ি চুলি পকা বুঢ়া এজনে পলৰ আঠুত ধৰি সমাজৰ ফাললৈ মুখ কৰি ক'লে, "ৰাইজ সকল, আপোনালোকক মই থিৰাংকৈ কৈছোঁ এওঁ স্বয়ং ঈশ্বৰৰ অংশ। তেওঁক আমি পূজা কৰোঁ আহক।"

ঠিক ইয়াৰ পিচতে আন এজন মানুহে ফটিকাৰ গিলাচটো পললৈ হাত মেলি আগ বঢ়াই দিলে। পলে ফটিকাখিনি মুখত দিবলৈহে পালে ভয়ত তাৰ দাঁতবিলাক কঁপিবলৈ ধৰিলে; কিয়নো জুইৰ পোহৰ পাই ফাকুবৰণীয়া ফটিকাখিনি ফটিকা হৈ নেথাকিল, ই তেতিয়া তেনেই জীয়া তেজ যেন হ'ল।

তাৰ পিচত কেইজনমান বুঢ়া মানুহ লৈ পল নিজৰ ঘৰলৈ উভতি আহিল। খিমিক ধামাককৈ জ্বলি থকা বন্তিগছৰ পোহৰত তেওঁলোক নীৰলে বহিল। তাৰ পিচত বাৰ ভচহ্ কথা কৈ মানুহখিনিয়ে পলক সন্তোষ দিবলৈ যত্ন কৰিলে। নিকডিমাছে কোনদিনা চিকাৰ কৰিবলৈ যাওঁতে নিষ্ঠুৰ ভাবে গাভিনী হৰিণাক কঁড়িয়াইছিল, কোন দিনা জাল পাতি আজলী শহাপহু ধৰিছিল, এই সকলো কথা সিহঁতে বখানিবলৈ লাগিল। এজনে ক'লে, "ইস্ কি ক'বা দেও, ইমান নিমৰমিয়াল মানুহ! জালত লাগি শহাপহুটোৱে ভৰিটো কু-টি কু-টি তাৰ পৰা মুকলি হৈ গ'ল। এইদৰে অধৰ্ম্ম কৰি নো নিকডিমাছে ধন গোটাই কি সাৰ্থক কৰিলে? মাটিত পুতি থৈ গ'ল। এতিয়া তাৰ নাতিনীয়েকে দুদিনতে ফটিকা পি আধ্যা পেলাব।"

আন এজনে মাত লগালে, "ওঁ ধননো আৰু কি কামায়নটো

কৰিবলৈ ? খৰচ নকৰিনো বাক কৰিবা কি ? এবাৰ উছন্ন্ পাতোঁতে মই এটা বেপাৰীয়ে এবোজা ৰেছমী সূতা লৈ যোৱা দেখিলোঁ। গোটেইখিনি সূতা মই থাওকতে কিনি লৈ বতাহত সূতাবোৰ উৰুৱাই দি খেমালি কৰিবলৈ লাগিলোঁ। পিচে হ'বলা জাকে জাকে মানুহে পিচে পিচে লৰি মোৰ খেমালি চাবলৈ আহিছিল।”

গল্পটো শুনি সকলো মানুহে গিৰজনি মাৰি হাঁহিবলৈ ধৰিলে। কেৱল ভাবুক হৈ অন্যমনস্ক হৈ থাকিল পল। কোনে কি উপাখ্যান কৈছিল পলে তালৈ কাণকে নিদিলে। এজন বুঢ়াই এই সকলো কথা মনে মনে লক্ষ্য কৰি আছিল। এই-বাৰ তেওঁ বাকী কেইজনক চকুৰে ইঙ্গিত দি ক'লে যে মাজনিশা সাধকসকলে মৌনভাৱে থাকি বিশ্ৰাম লয়; সেই কাৰণে তেওঁলোকে ততালিকে পলক ধ্যান কৰিবলৈ এৰি দিয়াহে যুগুত।

মানুহ কেইজনে আৰু পলম নকৰি গিৰিসাই উঠি ঘৰমুৱা হ'ল। অকলশৰীয়া হৈ থাকিল পল। তাৰ চকুৰ আগতে তেলৰ শলিতাত টিমিক ঢামাককৈ জ্বলা এগছি চাকি। ওৰেদিন পৰিশ্ৰম কৰাৰ কাৰণে পলৰ হাত-ভৰি অৱশ লাগিছিল। সিমানতো তাৰ টোপনিয়ে ধৰা যেন গম নেপালে। তাৰ মাক এতিয়াও ৰান্ধনি ঘৰৰ ভিতৰতে জুই ফুৱাই বহি আছে। পলে তেওঁক দেখা নাই যদিও ভালকৈ বুজিছে যে আজিও তাৰ মাকে আগ ৰাতিৰ দৰে তাৰ আলেখ্ লেখ্ চাইছে।

আগৰাতি! কিমান ঘটনাৰে ভৰা ৰাতিটো! কথাষাৰ মনত পৰিলতে সি যেন লাল্‌কাল্‌ দিয়া টোপনিৰ পৰাহে সাৰ পালে। সংযমৰ প্ৰতিজ্ঞা, এগ্‌নিছলৈ লিখা চিঠিখন, গির্জ্জাত ৰাজহুৱা সভা, নিকডিমাছৰ পৰ্ব্বতীয়া গুহালৈ যোৱা, এই সকলোবিলাক তাৰ যেন দীঘলীয়া ৰাতিটোৰে ঠেক নিছিগা সপোনহে। তাৰ বাস্তৱ জীৱন দৰাচলতে এতিয়া আৰম্ভহে হ'ল। এতিয়া সি দুৱাৰ মেলি প্ৰেয়সীক সম্বৰ্দ্ধনা কৰিবলৈ গ'লেই হ'ল। সমাজিকৰ ছবিয়েহে অতপৰ এগ্‌নিছৰ লগত তাৰ বিচ্ছেদ ঘটাবলৈ চল কৰিছিল। সঁচাসঁচিকৈয়ে তাৰ জনম সাৰ্থক কৰিবৰ সময় এতিয়া পাইছেহিহে। সপোনৰ মায়াজাল ছিঙি পেলাই সি এতিয়া দিঠকত ভৰি দিবলৈ সাজু হ'ল।

'হয়তো এগ্‌নিছে মোৰ কাৰণে এতিয়া বাট চাই নেথাকিবও পাৰে। কিজানি মই তাইৰ ওচৰলৈ দুনাই নেযাম বুলিয়ে মোক আৰু তাই আশা কৰি নেথাকেই।'

পলৰ আকৌ ভয় লাগিল। তাৰ হাত-ভৰিৰ কঁপনি উঠিল। এগ্‌নিছৰ ওচৰলৈ যাবলৈ যে তাৰ ভয় লাগিছিল এনে নহয়। কেৱল বেচেৰীয়ে যে তাক এতিয়া মানে পাহৰি পেলাইছে এই চিন্তাইহে তাৰ হিয়া ভাঙ্গি চূৰমাৰ কৰি পেলালে। আৰু এগ্‌নিছেও যে তাক পাহৰি পেলাইছে এই কথাৰ সি চোন প্ৰমাণ পাইছেই। তাই যেতিয়া চিঠিখন পায়েই নিতাল মাৰিলে, তাৰে পৰাই জানো পলে বুজা নাই যে বেচেৰীৰ এচমকা হিয়াত পলৰ আৰু ঠাই নাই? এগ্‌নিছে তেনে

হ'লে মনৰ পৰা পলৰ ছবি একেবাৰে মুচি পেলালে, তাৰ আৰু এতিয়া চিন চাবেই নৰ'ল।

প্ৰণয়-কাতৰৰ মৰণ শৰীৰ বিনাশৰ লগত গঁঠা নেথাকে। প্ৰণয়িনীয়ে যেতিয়া তেওঁক পাহৰণিৰ গৰ্ভলৈ ঠেলি দিব খোজে, তেতিয়াই তেওঁৰ জীৱন সূতাৰ ডোল গছি খহি, ছিগি টুকুৰা টুকুৰ হয়। সেয়ে যদি সঁচা হয়, পলৰ আজি প্ৰাণৰ স্পন্দন লোপ পাইছে, নিৰ্জীৱতাৰ সকলো লক্ষণ প্ৰকাশ পালে। তাৰ আজি প্ৰকৃততে মৃত্যু!

পলে এগ্‌নিছক চকুৰ আগতে যেন দেখা পালে। তেতিয়াই সি ককৰ্থনা কৰি তাইক ক'বলৈ ধৰিলে, "এগ্‌নিছ তুমি মোক আকোঁৱালি ধৰি কৈছিলা নহয় যে আমি দুয়ো জীৱনে মৰণে একেডালি প্ৰাণৰ সূতাৰেই গঁঠা। এতিয়া জানো তুমি মোক পাহৰি পেলাই মোৰ বুকুত শেল মাৰিব পোৱাঁ? তোমাৰে মোৰে মাজত ইমান কটকটীয়া মৰমৰ বান্ধোন জানো তুমি এতিয়া হেলাৰঙে ছিঙি সুখ পাইছা?"

আৰু কিবা ভাবিব খুজিছিল। এনেতে আকৌ তাৰ মনত পৰিল। 'মোক ভূতে পাইছে, তাত আৰু সংশয় নাই।' সি ভাবিলে, ৰিপুৰ ওচৰত আৰু দুনাই সি শিৰ নোদোৱাঁয়। দুৰ্জ্জয় কাম পিশাচক সি নিৰ্ম্মূল কৰিহে এৰিব। শৰীৰৰ তেজৰ শেষ বিন্দুলৈকে দি হলেও সি সংযমৰ আৰ্হি দেখুৱাব। এইদৰে মনটো ডাঠ কৰি লৈ সি হাতত বন্তি গছ লৈ শোৱা কোঠালৈ গ'ল। যাওঁতে জুহালৰ ওচৰতে মাকক বহি থকা দেখিবলৈ

পালে। মাকৰ কাষতে শুই আছিল এণ্টিয়কাছ। তাক দেখিয়েই পলে সুধিলে, "আই, লৰাটোনো আজি আমাৰ ঘৰত থাকিল কিয় ?"

মাকে কথাষাৰৰ উত্তৰ নিদিয়াকৈ পলক শুবলৈ পঠিয়াব পাৰিলেই ৰক্ষা পৰে। তেওঁৰ এতিয়া বিশ্বাস হৈছিল যেন পলৰ উত্তেজনা শীতল পৰিছে। সি আৰু দুনাই অসত্যৰ পথত চলিবলৈ আগ নেবাঢ়ে। কিন্তু এনেতে এণ্টিয়কাছে ঘপৰাই উঠি আগতে তাক হাক দি থোৱা সত্ত্বেও কৈ দিলে, "মই আপোনাক লগ পাবলৈকে আহিছিলোঁ। আইতাই আপোনাক মাতি পঠিয়াইছিল।" পলৰ মাকে খং কৰি এণ্টিয়কাছক ক'লে, "এইহেন নিশা মানুহৰ ঘৰলৈ মাতি পঠিয়াব পায় নে ? যা, এতিয়াই যা। পল যাব নোৱাৰে বুলি মাৰক কগৈ।"

লৰাটোক এইদৰে কৈছিল বুলিও পলৰ মুখলৈকে তেওঁ চাই আছিল। তাৰ উজ্জ্বল চকুযুৰি চাকি গছলৈ চাই থাকোঁতেই ৰ লাগিল। চকুৰ চেলাউৰিযোৰে পিৰিকিয়াইছিল। তেওঁ এই সকলো বিলাক ভালকৈ লক্ষ্য কৰি আছিল।

"কিন্তু আইতাই হ'লে তেওঁৰ কাৰণে বাট চাই আছে। কিবা ডাঙৰ দৰকাৰ আছে," এইদৰে কৈ এণ্টিয়কাছ আমন-জিমনকৈ থিয় হৈ থাকিল।

জানোচা পলৰ মন ঘূৰি যায়, সেই দেখি মাকে তাৰ লগত তৰ্ক-বিতৰ্ক কৰি নেথাকি এণ্টিয়কাছক টান কথা কৈ পঠিয়াই দিলে।

পলেও মাকৰ ৰঙা চকু দেখি তেওঁৰ পেটৰ কথাষাৰ ঢুকি পাইছিলগৈ। মাকে তেনেহলে ভয় কৰিছে কিজানি সি আকৌ অপথে যায়। সি এক্টিয়কাছক ৰিঙিয়াই ওচৰলৈ মাতি আনি ক'লে, "তোৰ আইতাৰৰ ওচৰলৈ যাওঁ, বাৰু ব'ল।"

যাবৰ সময়ত মাকৰ ফাললৈ চাই ক'লে, "আই, ডুবাৰ নেমাৰিবি। মই তুৰন্তে আহিম।"

মাকৰ মূৰত এতিয়াহে বজ্রপাত পৰিল। যিহকে ভয় কৰি আছিল আকৌ সেয়েই হ'ল। ডুবাৰখনৰ সুৰুঙ্গাইদি পলক তেওঁ নিয়ৰত সেমেকি থকা ঘাঁহনিখন চেৰাই যোৱা দেখি আছিল। তাৰ পিচত আগৰাতিৰে দৰে জুহালৰ ওচৰত বহি তেওঁ পলৰ কাৰণে বাট চাই ৰ'ল।

অকলশৰে বহি থাকোঁতে মনত পৰিল কালি ৰাতিৰ প্রেতাত্মাটোৰ কথা। কেনে ভয়লগা মানুহটো! ভয়ত তেওঁৰ হিয়াৰ আমঠু ক'লা পৰিল—জানোচা এই সময়তে আকৌ সেই আপদীয়া ধৰ্ম্মযাজকজনৰ প্রেত যেন ৰূপটো দেখা পায়। 'মই বঢ়িয়াকৈ মোজাযোৰ সি-পুতকি থৈছোঁ।' —এই বুলি তেওঁ পললৈ সি-পুতকি থোৱা মোজাযোৰৰ কথাকে ভাবিলে।

বাহিৰত কেউপিনে নিমাত নিতাল। জোনৰ পোহৰ পাই গছবিলাকত ৰূপালি ৰহণ চৰিছিল, আকাশখন তেনেই ফটফটীয়া হৈ পৰিছিল আৰু ফুলৰ সৌৰভত চাৰিউ দিশ আমোল-মোল হৈছিল। মাকৰ মনতো এতিয়া উগুল-থুগুল গুচিছে। কিয়নো তেওঁ মনত শান্তি পাইছে তেওঁ নিজেই

কৰ পৰা নাই। পলে চোন এতিয়াও অপথে যাব পাৰে, কিন্তু তেওঁৰ অন্তৰত আগৰ দৰে ভয় লগা নাই। পলৰ দুগালেদি বৈ যোৱা চকুলোৰ কথা তেওঁৰ মনত পৰিল। দেহি ঐ বেচেৰাৰ কান্দো কান্দো হৈ থকা মুখখন, ঢুলঢুলীয়া পৰা চকুদুটি! এইবিলাক কথা মনলৈ আহিলেই তেওঁৰ হিয়াখন ফাটি যাব খোজে। কিবা ক'ব খুজিছিল; কিন্তু কথাষাৰ ফুটাই কব নোৱাৰিলে। অন্তৰত সিয়ে খুন্দিয়া-খুন্দি কৰিবলৈ ধৰিলে। 'হে দয়াময়, কিয়নো বাৰু পলক প্ৰণয়-সম্ভাষণ জনাবলৈ নিষেধ কৰিলা? অইন মানুহৰ নিচিনাকৈ তাৰো জানো অন্তৰত হাহুতাশ থাকিব নেলাগে? এনেস্থলত তাৰ প্ৰতি এনে কঠোৰ জীৱনৰ আদেশ দিলা কিয়? প্ৰণয়ে জীৱন গৌৰৱ-মণ্ডিত নকৰে কাৰ? বন্দী-বেটী আন কি কণা ভেঙ্গুৰা আৰু বন্দীশালৰ অপৰাধীবিলাকেও প্ৰণয় কৰাত কোনেও নিষেধ নকৰে! কিয়নো বাৰু বিধিয়ে মোৰ আলসুৱা পোনাটিৰ কাৰণেই এনে কঠুৱা নীতিৰ প্ৰয়োগ কৰিলে?"

তাৰ পিচত মনে মনে তেওঁ অলপ লাজ পালে। ছিঃ, তেওঁ অতপৰ কি কুকথা ভাবিছিল! আন কি এতিয়কাছৰ নিচিনা ফুকলীয়া ল'ৰাটোৱেও কেনেকৈ অবিবাহিত জীৱনৰ সপক্ষে যুক্তি কৰিছিল এই কথা মনত পৰিলতে নিজকে তেওঁ গৰিহনা দিলে। পলৰ বাৰু হিয়া ইমান দুৰ্ব্বল হব নে? তাৰ চকুলো নপৰে, দুৰ্ব্বলতাৰ লক্ষণ কেতিয়াও তাৰ গাত প্ৰকাশ নেপায়। পলে ইন্দ্ৰিয়-শক্তিক হেলাৰঙে জয় কৰিব তাত সন্দেহ নাই।

কিমান দুখ কষ্টেৰে ভৰা এই দিনটো। প্ৰতি পলে পলে অন্তৰত আজি কত বিহ-কাঁড়ে তেওঁক বিন্ধিব লাগিছে। এনেতে এগ্‌নিছৰ কথা মনত পৰিল। 'তাইৰো হিয়াত বল আছে; কিন্তু তাই সকলো কথা লুকুৱাব খুজিব।' এইদৰে নিজকে নিজে কৈ জুইকুৰাৰ ওপৰলৈ ফুট্‌ছাই ছটিয়াবলৈ ধৰিলে। নহলে জুইৰ ফিৰিঙতি উৰি ঘৰটোত জুই লগাবও পাৰে। তাৰ পিচত বাহিৰলৈ কাণ পাতি পলৰ ভৰিৰ শব্দ যেন শুনিবলে পালে।

ক'তা সেই শব্দ মাৰ গ'ল অথচ পল নেপালেহি? তেওঁ ভাবিলে ভৰিৰ শব্দত বিশ্বাস কৰা টান, কিয়নো আমাৰ ক্ষন্তেকীয়া জীৱনৰ জিলিঙনিৰ ভিতৰেদি কোনো যাউতিযুগীয়া বস্তুকে দেখিবলৈ নেপাওঁ। পাহাৰৰ ভেটিটোও ভূঁইকঁপত উচন যাব, মন্দিৰৰ চিন-চাবো কালক্ৰমত নাইকিয়া হব। এনে অৱস্থাত দুখানি অসজ্ঞাতি কাণৰ ওপৰত তেওঁ বিশ্বাস কৰিব কেনেকৈ?

ইয়াৰ পিচত তেওঁ শোৱা পাটীৰ ওপৰত পৰি টোপনি যাবলৈ চেষ্টা কৰিলে। তেওঁ মনতে ভাবিলে—সকলো সময়তে চকু দি থাকিলে পলৰ সংশোধন হোৱাত ব্যাঘাত জন্মিব। সেই দেখি তাক ইচ্ছামতে চলিবলৈ তেওঁ এৰি দিব। সেয়ে হলে সি বুজিব পাৰিব যে তাৰ মাকে কোনো কথাতে তাক অবিশ্বাস নকৰে। তেতিয়া সি নিশ্চয় সজপথত থাকিবলৈ প্ৰতিজ্ঞা কৰিব।

পাটীত পৰি এখন জাৰ কাপোৰেৰে গা, কাণ, মুৰ ঢাকি শুই থাকিল। এতিয়া পল আহিলেও তাৰ ভৰিৰ খোজৰ শব্দ তেওঁ নুশুনে। সেইদেখি তেওঁ নিৰ্ভয়ে টোপনি যাব।

কিন্তু ইমানতো তেওঁৰ অন্তৰ শিয়ৰি উঠিল! তেওঁৰ যেন পোনাকণক দুষ্ট নিশাচৰে পাই তাৰ ইচ্ছাৰ বিৰুদ্ধে কুপথলৈ টানি নিছে। কি আপদীয়া সংসাৰখন-য'ত অসত্যৰ জাল তৰি মানুহক জীয়াতু চুহি খাই পৈশাচিক অনুচৰহঁতে আনন্দত কিৰিলি পাৰে? অ' পলে হওতে এতিয়াও সিহঁতৰ হাতৰ পৰা গা-এৰাদি গুচি আহিব পাৰে। নাহিব নো কেলেই? পিশাচহঁতে পলৰ নিচিনা জ্ঞানী লৰা এটাৰ চকুত ধূলি মাৰি কিমান পৰ তিষ্ঠিব? দেহি ঐ আশাৰ প্ৰদীপগছি নুমালেও মুমুমায়; আকৌ ভমককৈ জ্বলিছে উঠে।

---

আজি এন্টিয়কাছে পুৱাতে মাকক ক'লে, "আই, পল আজি আমাৰ ঘৰলৈ আহিব। তই তেওঁৰ লগত ভালকৈ কথা-বতৰা পাতিবি দেই।" কথাষাৰ শুনিবৰে পৰা মাকৰ মনত খুদুৱনি লাগিল। তেওঁ সঞ্চিত ধন ধৰুৱাক ধাৰে দি এগুণত দুগুণ সুদ লৈ পেটৰ ভাত মোকোলায়। পলে জানোচা এই বিষয়ে কিবা তিৰস্কাৰকে কৰেহি। আকৌ ভাবিলে পলে কিজানি টকাকে ধাৰলৈ খোজে।

এইদৰে গুণাগঁথা কৰি দিনটো কটালে। ৰাতি যেতিয়া তেওঁৰ দোকানত ফটিকা খাবলৈ অহা মানুহ দিহাদিহি গ'ল তেওঁ দিনটো সুৰা বেচি পোৱা ধনখিনি লিৰিকি বিদাৰি চাই সুখ লভিলে।

এনেতে পল আৰু এন্টিয়কাছ পালেহি। ঘৰটোৰ মাজ ভাগতে ফটিকাৰ চেকা বন্ধ গৈ থকা এখনি মেজ। তাৰ এদাঁতিয়েদি পল বহিল। এন্টিয়কাছ পিচতে থিয় হৈ থাকিল। তাৰ পেটে পেটে ভয় লাগিছিল কিজানি মাজনিশা ফটিকা বিচাৰি আহি কোনো মানুহে সিহঁতৰ কথা-বতৰাত বিঘিনি ওপজায়।

ওৰে দিন এন্টিয়কাছে এই মুহূৰ্ত্তটোৰ কাৰণেই বাট চাই আছিল। তাৰ মাকৰ আচাৰ-ব্যৱহাৰবিলাক দেখি সি ভাল

নাপাইছিল। বিশেষকৈ পলৰ লগত কথা হওঁতে তাৰ মাক যেনে ধীৰ আৰু বিনয়ী হোৱা উচিত তেনে নহৈছিল। তেওঁ নিজৰ আসনখনৰ ওপৰত গম্ভীৰ হৈ বহিছিল। এন্টিয়কাছে হ'লে এই কথা সহিব পৰা নাই। পল জানো অইন অইন সুৰা কিনিবলৈ অহা মানুহবে নিচিনা! তাৰ মাকে বুজিও নুবুজে— ক্ষন্তকলৈ সিহঁতৰ ঘৰত অতিথি হোৱা মানুহজন ঈশ্বৰৰে অংশ!

ইয়াৰ পিচত দুয়োৰা ভিতৰত কথা-বতৰা হ'ল। পলে ক'লে, "এন্টিয়কাছ দিনক দিনে বুজন হৈ আহিছে। এনে সময়তে আপোনালোকে তাৰ ভবিষ্যৎ জীৱনৰ দিহা-পোহা নকৰিলে বেয়া হব পাৰে। তাক যদি বেপাৰ-বাণিজ্য কৰাত দিব খুজিছে তেন্তে এতিয়াই মুৰ গুজিবলৈ এৰি দিয়ক। আৰু যদিহে তাক ধৰ্ম্মযাজক কৰিম বুলিয়ে ভাবি আছে তেনে হ'লে এই কামৰ দায়িত্বৰ ভাৰ সি বলে পাৰিব নে নোৱাৰে এতিয়া ভালকৈ গমিপিটি চাওক।"

এন্টিয়কাছে মুখ মেলিছিল কিন্তু তাৰ মাকে ক'বলৈ ধৰা দেখি সি সেমেনা-সেমেনি কৰি থাকিল। তিৰোতা-গৰাকীয়ে এই চলতে তেওঁৰ গিৰিহঁতৰ যশ-গুণ গাবলৈ ধৰিলে আৰু নিজতকৈ বয়সীয়া মানুহ এজনক তেওঁ পতি বৰণ কৰাৰ কাৰণটো উন্মুকিয়াই থলে। "আপুনি বোধকৰোঁ জানে, আমাৰ তেখেততকৈ এই ভাৰস্তত সাধুলোক আৰু নাই। তেখেতে মোৰ আৰু পলৰ যেনেদৰে যত্ন লয় তেনেদ'ৰেই নিজৰ কামো সমাধা কৰে। দেউতাকতকৈ কামিলা মানুহ এই ছোৱা দেশত

নাই। এই গাৱঁৰ মানুহবিলাক কেনে এলেহুৱা আৰু অবালচন্দ হৈ পৰিছে। মই সেই কাৰণে দঢ়াই দঢ়াই কৈছোঁ বোলোঁ এন্টিয়কাছে তাৰ বাপেকৰ ব্যৱসায়তে লাগক। তাতেই তাৰ উন্নতি হ'ব। এন্টিয়কাছে তাৰ নিজৰ ইচ্ছাৰে যিহকে বাচি লয় তাকে ল'ব পাৰে। সি যদি একো কাম-কাজ নকৰি কেৱল বহিয়ে থাকে তেনে হ'লেও আমাৰ এই বয়-বস্তু খিনিকে চলাই মেলি তাৰ গোটেই জীৱন সুখেৰে খাব পাৰিব। সি নিজে নিজৰ পথ বাচি লক। সি যদি এঙ্গেক্সৱা হ'ব খুজিছে, এঙ্গেক্সৱা হক। বাঢ়ৈ হ'বলৈ ইচ্ছা আছে যদি বাঢ়ৈ হক। ওৰে দিন কেৱাৰ কৰা বন্দুৱা হৈয়ে যদি ভাল পায় সেয়ে হক। আমি একোতে নাই-সুই নকৰোঁ।"

মাকে মুখ জপাবলৈহে পালে এন্টিয়কাছে টপৰাই মাত লগালে, "মই সঁচাকৈয়ে কৈছোঁ, সেইবোৰ একো হ'বলৈ মই ভাল নাপাওঁ। মই আপোনাৰ দৰে ধৰ্ম্মযাজক হ'ম।"

তাৰ মাকে ক'লে "মোৰ একো ওজৰ-আপত্তি নাই। তোৰ কথায়ে কথা। তই বাৰু তেনেহ'লে তাকে হ'বি।"

এইদৰেই এক মুহূৰ্ত্তকত আজি তাৰ ভাগ্য নিৰ্ণয় হ'ল। এন্টিয়কাছৰ মুখলৈ চাই পলে মনতে গুণা-গঁথা কৰিবলৈ ধৰিলে। ছিঃ কি কাম কৰিলে! লোকৰ কামত জোঁটা-পোটা কৰাটো তাৰ জানো অন্যায় নহয়? এন্টিয়কাছৰ ভবিষ্যৎ জীৱনৰ পথ-প্ৰদৰ্শক হ'বলৈ নো বাৰু সি কিমান পানীৰ মাছ? সি চোন নিজেই নিজৰ জীৱন-নাওখনকে চলাই যাব নোৱাৰে।

—এন্টিয়কাছে অতিশয় আগ্ৰহেৰে পলৰ ফাললৈ চাই ৰ'ল। পলেনো বাক্ক তেনেকৈ আগপিচ নুগুণি এন্টিয়কাছক এই সম্প্ৰদায়ত সোমাবলৈ কয় কেনেকৈ ?

সি চোন নিজকে সংযত জীৱনত দীক্ষিত কৰিছিল। পিচে ত্যাগ সংযমৰ সংকল্প লৈ থাকোঁতেও ইন্দ্ৰিয়-সুখৰ হাবিয়াহে তাক নকৰিবৰ চকৰি কৰিছে। কত বাৰ সি শপত খাইছে যে বিবেক-বুধিয়ে নোকোৱা কামলৈ সি মন নেমেলে। কিন্তু উত্তেজনাই যেতিয়া তাক ব্যাকুল কৰে, তেতিয়া বিবেক-বুধিৰ সকলো উপদেশ কেনেকৈ শূইনত ভাঁহি যায়। সেইদেখি সি এন্টিয়কাছক এই ব্ৰত লোৱাৰ আগতে দুআষাৰ ক'ব খুজিলে— "এন্টিয়কাছ, তই জানো এই কঠোৰ জীৱনৰ নিয়মবিলাকলৈ লক্ষ্য কৰি চাইছ ? ধৰ্ম্মযাজকৰ কাম উলামুলা নহয়। ইয়াক পালিবলৈ যাওঁতে বাটত বহুতো হুল জোং চেৰাই যাব লাগিব। বাঢ়ৈ বা এঙ্গেৰুৱাৰ কাম যেনেকৈ তই এনাজগৰীয়াকৈ কৰিব পাৰিবি এই কাম সিমান সহজে নোৱাৰ। আন মানুহৰ কাৰণে যিবিলাক সুখ-সম্ভোগৰ বিধান আছে, আমাৰ সম্প্ৰদায় ইয়াৰ পৰা সততে আঁতৰিহে থাকিব লাগে। ঈশ্বৰক একান্তমনে অৰ্চ্চনা কৰিবলৈ হ'লে আমাৰ গোটেই জীৱন ত্যাগকেই কৰিব লাগিব।"

"এই বিলাক কথা মই জানোৱেই দেখোন। মোৰ হলে ঈশ্বৰৰ পূজা কৰাতেহে একাণপতীয়াকৈ লাগিবৰ মন। একো বাধা-বিঘিনি মোৰ আগত টিকিবলৈ নিদিওঁ।" এইদৰে কৈ

এন্টিয়কাছে তাৰ মাকৰ মুখলৈ চাইছিল। কিয়নো মাকৰ আগতে সি এইদৰে আগ্ৰহ দেখুওৱা কাৰণে পেটে পেটে লাজ পাইছিল। আকৌ সি ক'বলৈ ধৰিলে, "মোৰ আই বোপাই দুয়ো মোক এই কাম কৰিবলৈ এৰি দিছে। আৰু তেওঁলোকে বা আপত্তি কৰিব কিয় ? মই হওঁতে কেতিয়াবা অসাৱধানৰ দৰে কৰোঁ হয়। ইনো কি বৰ কথা ? যেতিয়া মই ডাঙৰ হম, তেতিয়া সকলো কথাতে মই মন দিম আৰু কেতিয়াও অসাৱধান হৈ নাথাকোঁ।"

পলে ক'লে, "নহয় এন্টিয়কাছ, তোৰ বয়সতকৈ তই আগুৱাই হৈ গৈছ। তই এতিয়াও অতিশয় মনোযোগী। তোৰ নিচিনা বয়সত মানুহে কেৱল হাঁহি-ধেমালি কৰিয়েহে থাকে। ল'ৰাকালৰ ধেমালি-ধুমুলাবিলাকো একেবাৰে এৰি দিবৰ প্ৰয়োজন নাই।"

"মই দেখোন সদায় ল'ৰাৰ দৰে ৰং ধেমালি কৰি থাকোঁ ? আপুনি নেদেখেহে। গিৰ্জ্জাঘৰৰ গজঘণ্টাটো বজাবলৈ পালে মই হৰিষত বুৰ যাওঁ আৰু তেতিয়া মই নিজকে কিবা স্বৰগ ৰাজ্যৰ প্ৰাণী বুলি ভাবি সুখ পাওঁ। অঞ্জনৰ কৰণিটো লৈ যাওঁতে মই কেনেকৈ পৰ্ব্বত বগাই ডেও দি ডেও দি আপোনাৰ আগে আগে গৈছিলোঁ ? আপুনি দেখোন ঘোঁৰাত উঠিও মোতকৈ পিচতহে সেই খিনি পালেগৈ। এইবিলাক কাম কৰোঁতে জানো মই ল'ৰালিৰ ৰং-ধেমালিৰ পৰিচয় নিদিওঁ ?"

ইয়াৰ পিচত এন্টিয়কাছে ওপৰলৈ মুখ কৰি ঈশ্বৰৰ উদ্দেশ্যে নিবেদন কৰিলে। এন্টিয়কাছৰ ৰ-লাগি থকা চকুযুৰি যিহে

ঈশ্বৰ-প্ৰেমৰ সোণালী ৰসেৰে ৰঞ্জিত হৈছিল। দেখিলতে পলে তলমুৰ কৰিলে। মলিনতাৰে ভৰা তাৰ অন্তৰখন সঁচাকৈয়ে এন্টিয়কাছৰ পৱিত্ৰ চকু দুটিৰ আগত আপচু যেন নেলাগেনে ?

"নহয় এন্টিয়কাছ, সেই কথা মই মুই কৰিব খোজা নাই। তই ল'ৰা-ধেমালি কৰিবলৈ এৰা নাই সঁচা। ল'ৰাকালত আমি বহুত কথাকে শোভন দেখোঁ; কিন্তু বয়স ভাটী দিলে সেই সৌন্দৰ্য্য দেখা নেপাওঁ। তয়ো এইদৰে ল'ৰা-ধেমালিত এই পথবাচি লৈ পিচত অনুতাপৰ জুইত সিজ বুলিহে ভয় কৰিছোঁ।"

"মই কেতিয়াও পিচত ইয়াৰ কাৰণে খেদ নকৰোঁ। আপুনি জানো কেতিয়াবা বেজাৰ কৰিছে ? ক'তা নাই কৰা, ময়ো নকৰোঁ। সঁচাকৈয়ে নকৰোঁ।"

পলৰ ভাব হৈছিল এই অকণিমান ল'ৰাটিৰ আতমাটি যেন তাৰ হাতৰ মুঠিত বন্ধা আছে। সি এতিয়া কোমল মৌ-সিতাৰ দৰে এন্টিয়কাছৰ আত্মাটিক যেনেকৈ ইচ্ছা ঘোৰাব আৰু তাত সাঁচ বহুৱাব পাৰে, অথচ সি যদি অপৈণত শিল্পীৰ দৰে তাক আওবাটে ঘোৰায় বা আপচু কৰে তেন্তে জগৰীয়া হব।

ভিৰোতা মানুহজনীয়ে অতপৰে পলৰ কথালৈ কাণ দি আছিল। তাই সোণ-ৰূপৰ গহনাবিলাক জনক্-জনক্ কৰে লিৰিকি-বিদাৰি আছে। কোনটো অলঙ্কাৰ কোন বুঢ়ীয়ে সোঁতা দি কেইঅনা পইছা ধাৰলৈ নিছিল এই সকলো হিচাব তাইৰ আঙুলিৰ আগতে। এতিয়া পলৰ কথাবিলাক শুনিলত

তাই ভাবিলে, "এন্টিয়কাছ ধৰ্ম্মযাজক হলে এদিন হয়তো পলক এই গাৱঁৰপৰা উলিয়াই দিবও পাৰে।· এই কাৰণেই হ'বলা পলে তাক ইমানকৈ হকা-বধা কৰিছে। নতুবা পলে নিশ্চয় টকা ধাৰে খুজিবলৈ এইবিলাক উপায় সাজিছে মাথোন। থাক তাৰ ফাঁকটি কিমান পৰ লুকাই থাকিব ? এৰা, এতিয়াই ধাৰৰ কথা কয়হে লাগে।" ইয়াৰ পিচত গহনা-পাতি আৰু চিকা ৰূপখিনি পেৰাত ভৰাই থৈ দিলে।

ইয়াৰ পিচত এবাৰ ঘপহ কৰে পল যাবলৈ ওলাল। এন্টিয়কাছে কিন্তু পল গুচি যোৱাত ভাল নেপালে। "আপুনি গ'লেই নে কি ?" এই দৰে সোধাৰ লগে লগে মাকক সঙ্কেত দি এন্টিয়কাছে ক'লে যে পলৰ নিচিনা মানুহক শুদা মুখে যাবলৈ দিয়াটো ভাল নহয়। মাকেও দেখিলে কথা কিবাটোহে। তাই অতপৰে আশা পালি আছিল পলক তাইৰ ধৰুৱা কৰি ল'বলৈহে। কিন্তু ক'তা, পলে চোন ধনৰ কথা নকলেই। বৰঞ্চ পলে এন্টিয়কাছক শুনাই গ'লহি হে ধৰ্ম্মযাজকৰ কামটো বাঢ়েৰ কামৰ নিচিনা নহয়। সি যি হ'ল, এতিয়া পলক তাই আদৰ সাদৰ কৰিলেহে ভাল হ'ব।

"অ' আপুনি যাবলৈকে ওলাল হবলা। পিচে এটোকা ফটিকা খালেহে ভাল পাম।" পলে হাত মেলি ফটিকাৰ বাটিটো তুলি ল'লে। "আজি মই যি সুৰাপান কৰিম ই যেন এই গাৱঁৰ ভৱিষ্যৎ ধৰ্ম্মযাজক এন্টিয়কাছৰ কল্যাণ কৰক।"

ফটিকা খোৱা শেষ হৈছে মাথোন এনেতে চকু চাওঁতেই

পলৰ মুখ চেল চেল কৰে শেঁতা পৰি আহিল। দুৱাৰৰ সিপিনেদি সি কিবা ভূত পিশাচ দেখা পালেনে কি ?

কিচ্ কিচ্ কৰে ক'লা মানুহৰ প্ৰতিকৃতি এটা পথাৰৰ সোঁ-মাজেদি লৰি আহি ফোপাই-জোপাই সুৰাৰ দোকানৰ আগতে বোৱা পলে দেখা পালে।

তাই এগ্‌নিছৰে এজনী লিগিৰী। তাইক দেখিলতে পলৰ চুলিৰ আগে জীউ গ'ল। তাই ফুচ্‌ফুচ্ কৰে এন্টিয়কাছৰ মাকৰ কাণত কি কৈছিল পলে সেইকালে আৰু মুখকে নকৰিলে। কেনেবাকৈ তাৰ পৰা আঁতৰিব পাৰিলেই যেন পলে নিস্তাৰ পায়।

লিগিৰীজনীয়ে ফুটাই ফুটাই ক'বলৈ লাগিল, "তেওঁ ততালিকে চাঁচ কৰে মাটিত পৰিল। আৰু তেওঁৰ নাকৰ পৰা লেল্‌-পেল্ নিছিগাকৈ তেজৰ ধাৰ ববলৈ ধৰিলে। তেওঁৰ মূৰৰ কোনোবা ঠাইত নিশ্চয় ঘুণ লাগিছে। আৰু এতিয়ালৈকে তেজ ৰখাব পৰা নাই। আপোনাৰ হাতত থকা পুৰণি নামঘৰৰ সঁচাৰ কাঠীটো* মোক দিয়ক। ইয়াকে নিদিলে তেওঁৰ তেজ ৰখাবৰ উপায় নাই।"

---

* সেই গাৱঁত প্ৰবাদ আছে বোলে পুৰণিকলীয়া নামঘৰ এটিৰ সঁচাৰ কাঠীত তেজ ৰখাব পৰা গুণ আছে। এই নামঘৰটো ভাগি ছিগি গ'ল; কিন্তু সঁচাৰ কাঠী আদৰকৈ ৰখা হৈছে। যেতিয়া কোনো মানুহৰ এনেকৈ ভাগে নাকে মুখে তেজ ওলায় তেতিয়া এই সঁচাৰ কাঠীটো মানুহজনৰ গাত লগাই দিলে উপশম হয়।

কথা কেইআষাৰ কাণত পৰিলত পলে ভাবিলে, "মোক এগ্‌নিছৰ ওচৰলৈ নিবলৈ এইবিলাক চেলু। এই ভিৰোতা গৰাকীৰে সৈতে সিহঁতে কিবা ফন্দি পাতি মোক ভালৈ নিওৱাৰ বুধি সাজিছে।"

কিন্তু চকুৰ পচাৰতে পলৰ অভিমানৰ ভেঁটা ভাগি গ'ল। বেচেৰাৰ মনে নস'লে। মন উগুল-থুগুল লাগিল। লিগিৰী-জনীয়ে কোৱা কথা মিছা নহয়। মিছা কথা কবলৈ বেটী এজনীৰ ওপৰত এগ্‌নিছৰ নিচিনা মানুহে কেতিয়াও ভাৰ দিয়া নাই। এগ্‌নিছৰ যে অসুখ হৈছে তাত সংশয় নাই। পলে যেন তাৰ চকুৰ আগতে তেজেৰে লুতুৰি পুতুৰি হৈ থকা এগ্‌নিছৰ শেঁতা মুখখনি দেখিবলৈ পালে! আৰু তাইৰ এই বিপৰ্য্যয় কৰাৰ গুৰিতে জানো পলেই জগৰীয়া নহয়? তাইৰ আলসুৱা শৰীৰত সিয়েই জানো এই বিষম আঘাত কৰা নাছিল?

ইয়াৰ পিচত পলে সুধিলে, "এগ্‌নিছৰ নো এই দুৰ্ঘটনা হ'বলৈ পালে কেনেকৈ?" ছোৱালীজনীয়ে পলৰ মুখলৈ চাই কবলৈ ধৰিলে, "মই জুৰিলৈ পানী আনিবলৈ গৈছিলোঁ। ঘূৰি আহি দেখিলোঁ তেওঁ দুৱাৰ-দলিতে পৰি আছে। নাকে মুখে তেজৰ চেকুৰা বান্ধিছে। অলপ পৰৰ পিচত তেজ ৰ'ল কিন্তু তেওঁৰ মুখ খন শেতা হ'ল। কোনো মতেই তেওঁ খোৱা-বোৱা নকৰে। আজি গধূলিৰে পৰা আকৌ নাকৰ তেজ ব'বলৈ ধৰিছে। বৈ বৈ তেওঁ একো একোটা জিকাৰ মাৰে। এতিয়া আহিবৰ সময়ত ঠেৰেঙ্গা লাগি জঠৰ হৈ তেওঁ পৰি থকা দেখা পাই আহিছোঁ।

এইবিলাক দেখি শুনি ভয়ত মোৰ পেটতে হাত ভৰি লুকাইছে। আন মতামানুহ বুলিবলৈকো কোনো জন-প্ৰাণী নাই।"

এইদৰে কৈ তাই এন্টিয়কাছে আনি দিয়া সঁচাৰ একোছা হাতলৈ ললে। আৰু পলৰ চকুলৈ এবাৰ যেনেহে হেঁপাহেৰে চাই পঠিয়ালে যেন তাইৰ পিচে পিচে পল এখুজি দুখুজিকৈ আগ বাঢ়িব। এন্টিয়কাছৰ মাকে এতিয়া মাত লগালে, "এনে বিপদত পৰি থকা ছোৱালীটিক এবাৰ দেখা দি নাহে গৈ জানো ?"

পলে হাত দুখন মোহাৰি মোহাৰি খোনাই খোনাই ক'লে, "এৰা, একো ঠিক কৰিব নোৱাৰিলোঁ। অ' এতিয়া বহুত পলম হ'ল।"

ছোৱালীজনীয়ে কলে, "এতিয়া আপুনি এবাৰ গলেও তেওঁ মনত যিহে ৰং পাব। তাৰ পিচত হয়তো ভালো হব পাৰে। তেন্তে যাওঁ আহক।"

'ওঁ বুজিছোঁ, তই আকৌ মোৰ গাত দুষ্ট গ্ৰহ লম্ভাব খুজিছ।' এইদৰে মনে মনে পলে ভাবিলে হয় কিন্তু থিৰেৰে থাকিব নোৱাৰি ছোৱালীজনীৰ পিচ ললে। সি নিজেও ক'ব নোৱাৰে সি যাবই নে নেযাব। অলপ দূৰ গৈয়ে তাৰ ঘৰৰ পদূলি-মুখ পাই জপনাখন মেলি ধৰিছে, এনেতে দেখিলে যে জপনাখন তাৰ মাকে কটকটীয়াকৈ মাৰি থৈছে। মনে মনে পলে ভাবিলে, "আয়ে নিশ্চয়কৈ বুজিব পাৰিছে যে মই মোৰ প্ৰতিজ্ঞা ভাঙিম। সেইহে তেওঁ মই নাহোঁ বুলি জপনাখন এনে টানকৈ মাৰি থৈ

গ'ল।" পলক ৰোৱা দেখি ছোৱালীজনীও থমক খাই ৰৈছিল। পলে তাইৰ মনৰ ভাব বুজিব পাৰি কলে, "নহয়, মই যাব নোৱাৰোঁ। যদি নিতান্ত মই নগলে নহয় তেন্তে মোক মাতি নিবিহি।"

বেচেৰীৰ মুখত এটি কথাও নোলাল। তাই ঘৰমুৱা হৈ গুচি গল। পলে সঁচাৰ-কাঠী এটা স্নুমাই জপনাখন মেলিব খুজিছে হয় কিন্তু কিবা অদৃশ্য শকতিয়ে যেন তাৰ সঁচাৰটো ঘূৰাবলৈ হকা-বধা কৰিছে। ক'তা, জপনাখন খুলিবলৈ তাৰ গাত বল নাই! "হায় বিধি, অনন্ত কাললৈকে মই জানো শাপভ্ৰষ্ট হৈ এই ঠাইতে থিয় হৈ থাকিব লাগে! এই জপনাখনৰ সঁচাৰ মোৰ হাততেই আছে; কিন্তু এই দুৱাৰ খুলিবলৈ মোৰ শক্তি নাই।"

---

হাতত সাৰে ভৰিত সাৰে পল তাৰ মাক শুই থকা পাটী খনৰ ওচৰ পালেগৈ। "এৰা মই হে আই। চাকিগছ জ্বলাব নেলাগে। তোক কথা এটা কওঁ বুলিহে আহিলোঁ।"

পলৰ কথা শুনি তাৰ মাকে ঢাৰি পাটীৰ ওপৰতে লুটি বাগৰ দিলে। বাগৰত পাটীৰ তলত থকা খেৰবিলাকে খৰ্ মৰাবলৈ ধৰিলে। মুখ দেখিবলৈ পোহৰ সিহঁতক নেলাগে। সিহঁত দুয়োৰো আতমা দুটিয়ে আন্ধাৰতে ভাবৰ আদান-প্ৰদান কৰিব পাৰে। পলৰ মাকে সুধিলে, "এই মাত্ৰ মই সপোন দেখিছিলোঁ। কোনোবা এজনে নাচিছিল আৰু ওচৰতে এজনে বাঁহী বজাইছিল।"

"বুজিছ আই, এগ্‌নিছৰ বৰ টান নৰীয়া। আজি পুৱাৰে পৰা তাইৰ গাত হুঁচ নাই। ঢাঁচ্ কৰে মাটিত পৰিবৰে পৰা নাকে মুখে তেজ ওলাইছে। আৰু বোলে মূৰৰ ভিতৰতো কিবা ঘা লাগিছে।"

"তই ধেমালি কৰিছ, পল। সঁচাকৈয়ে তাইৰ এনে দুৰ্গতি হৈছেনে ?"

"সঁচা আই, অথনি মোৰ চিঠিখন পোৱাৰ পিচতে হ'ল। গোটেই দিন তাই আহাৰ পানী খোৱা নাই। আজি সন্ধিয়াৰে পৰা তাইৰ মুখ একেবাৰে শেঁতা পৰিছে আৰু ঘনাই ঘনাই জিকাৰ মাৰি থাকে।"

সি কথা বঢ়াই ক'ব-খুজিছিল। সেইদেখি ইমানতে মনে মনে ৰ'ল। পাপ আৰু বিবেকে টনা আঁজোৰা কৰি পলক দোখোৰ মোৰত পেলালে। এনেতে পাটীখনৰ কেৰ-কেৰণি শুনি পলে বুজিলে যে তাৰ মাকে আন্ধাৰে মুন্ধাৰে শোৱা পাটীৰ ওপৰতে বহিছিল।

"পল তোক এই খবৰটো কোনে দিলে? কথাটো চোন মোৰ সঁচা যেন লগা নাই।"

কথাষাৰ শুনিলতে পলৰ মনত খেলালে তাৰ যেন বিবেক-বুদ্ধিয়ে মাকৰ মুখৰ ভিতৰেদি সত্য ঘটনাটো তাৰ কাণে কাণে কৈ গ'ল। কিন্তু পিচ মুহূৰ্ত্ততে আকৌ সি মাত লগালে, "বুজিছ আই, কথাটো মিছা নহয়। মোৰ ভয় হৈছে জানোচা খঙৰ ভমকত তাই নিজক নিজে কিবা অপঘাত কৰে। তাৰোপৰি তাইৰ ওপৰত চকু ৰাখিবলৈকো কোনো বুজন মানুহ নাই। সেইদেখি তাইৰ ওচৰলৈ মই এবাৰ নগলেই নহয়।"

মাকে খং আৰু বেজাৰ মনেৰে মাত লগালে, "পল!"

"এৰা, মই নগলেই নহয়।"

"পল, ইয়ালৈকে তই শপত খাইছিলি নহয়?"

"মই বঢ়িয়াকৈ জানো যে মই শপত খাইছিলোঁ। আৰু সেই কাৰণেইহে এতিয়া তোক কৈ যাব খুজিছোঁ। সঁচাকৈয়ে ক'লোঁ, মই নগলেই নহয়। বিবেক বুধিয়ে মোক তালৈ যাবলৈ খটিয়াই দিছে।"

"পল, মোৰ সোণ, পাপ আৰু অধৰ্ম্মৰ দূতবিলাকে মানুহৰ

ভেশচন কৰি বহুত সত্যপৰায়ণ লোকক আওবাটে লৈ যায়। গ'ল ৰাতি তেনেকুৱা ভূত এটা মোৰ এই পাটীখনৰ ওচৰতে ভালেমান সময় বহি আছিল। তোমাক মই মিছা কথাৰে ভুৱা দিয়া নাই। মই তাক মোৰ এই অন্ধলা চকুৰেই দেখিছিলোঁ। তাৰ মুখখন ডাঢ়ি-গোফেৰে ভোবোকাৰ আৰু অতিকৈ ধোঁৱা হুপি থকাৰ কাৰণে দাঁত খিনি কেটোৰ ক'লা হৈ পৰিছিল। সি মোক কলে, বোলে তোমাক এই কামত নলগাই পিতাৰৰ ব্যৱসায়ত লগাই দিয়া হলে মহাপাতকে তোমাক ছুব নোৱাৰিলে-হেঁতেন। আকৌ সি যিহে কলে বোলে তোমাকে মোকে এই গাৱঁৰ পৰা খেদাই দিব। মই অলপো ভাঁজ দিয়া নাই। এই চকুৰেই তাক দেখিলোঁ, এই কাণেৰেই শুনিলোঁ, আৰু সেই দেখিহে কৈছোঁ তোমাক যি লিগিৰীজনীয়ে খবৰ দিলে তাই সেই পিশাচৰে কিবা এটা ৰূপহে। এনেকৈ মোৰ পোনাটোক চলিবলৈ বুধি সাজিছে।"

আচম্বিতে পলৰ শৰীৰৰ শিৰবিলাকো ক্ষন্তেকলৈ ভয়ত জিকাৰ খাই উঠিল। তাৰ পিচত মাকে আকৌ কবলৈ ধৰিলে, "পল, তই যদি তালৈ যাব্ৰ দুনাই পাপৰ বোকাত ভৰি নিদিওঁ বুলি মোক ক। বাৰু তই অসজ পথলৈ মন নেমেলোঁ বুলি মোৰ আগত শপত খাব পাৰিবিনে?"—আৰু কিবা কব খুজিছিল ; কিন্তু পলৰ শেঁতা মুখখনি আন্ধাৰতে যেন দেখিবলৈ পালে, আৰু ততালিকে মাকৰ মন দয়াৰে উপচি পৰিল। মৰমৰ অফুৰন্ত ভঁৰাল, চেনেহৰ আটোম-টোকাৰিকৈ ৰখা একেটি

নিঝৰা পলৰ কাৰণেই তেওঁ আচুতীয়া কৰি থৈছিল। এনে অৱস্থাত পুতেকৰ বিষন্ন মুখ দেখিলে দুখ নকৰাকৈ কোনোবা তিৰোতা থাকিব পাৰে জানো? তেওঁনো এগ্‌নিছৰ ওচৰলৈ যাবলৈ পলক হকাবধা কৰিলে কিয়?

"হায় প্ৰভু, কৃপা কৰা।" এইদৰে কৈ তেওঁ দুখৰ হুমুনিয়াহ কাঢ়ি বেজাৰৰ বোজা পাতলালে। তেওঁ চোন বিধতাৰ হাতত নিজক সমৰ্পণ কৰিছেই। তেনেহ'লে বিধিয়ে নিজেই তেওঁৰ দুখ মোচন কৰিব। এই ভাব মনলৈ অহাৰ লগে লগে তেওঁৰ যেন হিয়া শাঁত পৰিল। অতপৰে মনত উগুল থুগুল কৰি থকা অশান্তিৰ ঢৌবিলাকো যেন এতিয়া মাৰ গ'ল। দয়ালু ঈশ্বৰৰ হাতত পলক সঁপি দিয়াৰ লগে লগে জানো তেওঁ ভাল বেয়াৰ চিন্তা মনৰ পৰা এৰি দিব নেলাগে?

গাৰুটোৰ ওপৰত মূৰটো থৈ আকৌ তেওঁ পাটীৰ ওপৰত শুলে আৰু কোমল মাতেৰে পলক সুধিলে—"পল তোক যদি বিবেক বুধিয়ে যাবলৈ কৈছে তেনেহ'লে তালৈ নগলি কিয়?"

"মই তোৰ আগত শপত খাইছিলোঁ দেখিহে তোক সুধিবলৈ আহিছোঁ। আৰু কালি তই মোক ভয় খুৱাইছিলি নহয় যে মই তোৰ কথামতে নচলিলে তই মোক এৰি থৈ কৰবালৈ গুচি যাবি।" এইদৰে কৈছিল বুলিও পলৰ শৰীৰ যেন বিপদৰ শঙ্কাত জিকাৰ খাই উঠিছিল। সি যেন মাকৰ ভৰিত ধৰি কাবৌ কৰিব, "আই মোক যাবলৈ নিদিবি। এই শপত নেৰাখিলে কাল মোৰ ওচৰ চাপিবহি। আই মোক এৰি নপঠিয়াবি।" কিন্তু

মুখ ফুটাই কথাখিনি ক'বলৈ তাৰ গাত শকতি নাছিল। মহা-বলী শত্ৰুকহঁতে তাৰ মেলিব খোজা মুখখনি অসম সাহসেৰে জপাই ধৰিলে।

"তেনেহ'লে তাইক চাই আহগৈ যা।"

"তই একো চিন্তা নকৰিবি আই।" এই বুলি মাকক অভয় দিওঁতেই তাৰ মনত পৰিল সেই লৰালি কালৰ কথা। তেতিয়া সি কেনেকৈ ইফালে সিফালে যাবৰ সময়ত এটি সাদৰী চুমা খাই মাকৰ বিদায় লৈছিল তাৰ ভালকৈ মনত পৰিল। এতিয়া ক্ষন্তেকলৈ শৈশৱৰ সোঁৱৰণে তাৰ আমোলাই থকা মুখখনি পোহৰাই পেলালে। আজি সেই স্মৃতিয়ে তাক অনেক বছৰ পিচুৱাই নি বহুত দিনৰ আগৰ লৰাকলীয়া আনন্দ উপভোগ কৰিবলৈ দুনাই এবাৰ সুবিধা দিলে। তাৰ মাক জানো তাৰ পক্ষে জীৱন্ত গোঁসানী নহয়? তাৰ মাকৰ অবিহনে জানো সি অতপৰে এগ্ৰিছক অবৈধ প্ৰীতি সম্ভাষণৰে সন্তুষ্ট নকৰিলে-হেঁতেন? তাৰ মাক নথকা হ'লে সি জানো এই লা-নি নিছিগা যুঁজখনৰ এটা চয়নিচয় কৰিব পাৰিলেহেঁতেন? দেহি ঐ মাকৰ পৰা চৰিত্ৰ সংশোধনত সি কিমান সহায় পাইছে? এই উপকাৰ জানো সি কেতিয়াবা আগেয়ে ভাবি চাইছে। এই মুহূৰ্ত্ততে পলৰ মনত খেলালে সি যেন থিয় হৈ থকাৰ আগতে পূজাৰ সমলেৰে ভৰাই থোৱা এখন বেদী। তাৰ পৱিত্ৰ পৰশত পলৰ সকলো কলঙ্ক নিমিষতে ধোৱাঁ হৈ উৰি গ'ল। আজ সেই পৱিত্ৰ বেদীৰ ওপৰত বহি থকা প্ৰতিমাখনি কেনে

বিতোপন, চিকুণ আৰু সেই গোসানী জনাৰ মুখখন কেনে চেনেহ আৰু সৰলতা-সনা। এই প্ৰতিমাখনি দৰাচলে তাৰ চেনেহী আয়েকৰ বাহিৰে আন কাৰো নহয়। মাকৰ মৰম যেতিয়া পুতেকৰ ওপৰত অকাতৰে বৰ্ষণ কৰে, তেতিয়া মাকক গোসানীৰ বেশ ধৰা সকলো পুতেকেই দেখা পায়। এই পুণ্য-শীলা মাতৃশক্তিয়ে সঁচাকৈয়ে পলৰ জীৱন আজি গৌৰৱ-মণ্ডিত কৰিলে।

“আই তই অকণো চিন্তা নকৰিবি।” এই বুলি আকৌ এবাৰ মাকক মাত লগাই সি লাহে লাহে এখুজি দুখুজিকৈ বাহিৰলৈ গল। এতিয়াও তাৰ মাকে বন্তিগছ লাহেকৈ জ্বলাই সেই পোহৰত পাপ কলুষেৰে ভৰা তাৰ ভাববিলাকৰ কথা যদি গম পায় তেনেহলে এই যাত্ৰালৈ সি নিৰাপদ হয়। কিন্তু এবাৰ মাথোন চাৰি-পাটীবিলাকে কেৰ-কেৰালে। তাৰ পিচত মাকৰ মুখৰপৰা এটিও কথা শুনিবলৈ নেপালে। পলৰ মাকে পুতেকৰ বিবেকৰ ওপৰত সঁজাত কৰিছে আজি তাক মুকলিমুৰীয়া কৰি এৰি দিলে।

ইয়াৰ পিচত মাজনিশাৰ আন্ধাৰ কাতি কৰি থৈ পল ধীৰে ধীৰে গুচি গ'লগৈ।



দৰাচলে এগ্‌নিছ কেঁচুৱাৰ দৰে দুৰ্ব্বল। শিল আৰু পাথৰেৰে মুখচ্‌ কৰা ঘৰটোৰ ভিতৰত বপুৰীয়ে কেনেকৈ দিন নিয়াইছিল! এনেতে পলে তাইৰ শৈশৱসুলভ সৰলতাৰ আশ্ৰয় লৈ বেচেৰীক কেনেকৈ সজাৰ চৰাইৰদৰে হাতৰ মুঠিত কটকটীয়াকৈ সুমুৱাই ললে। তাৰ পিচত কঠুৱা হাতখনিৰে চেপা মাৰি দি সেই অবলা পৰাণীটিৰ কি দুৰ্গতি সাধিলে! এই শাস্তিয়ে তাইৰ কোমল প্ৰাণ চূৰমাৰ কৰি জীয়া তেজৰ সোঁত বোৱালে। এই-বিলাক কথাকে ভাবি চিন্তি এগ্‌নিছৰ ঘৰৰ ফাললৈ মুখ কৰি পল এখুজি দুখুজিকৈ আগ বাঢ়ি গ'ল।

এগ্‌নিছৰ দুৱাৰডলিৰ শিলচপৰায়ো যেন পলক আজি অনাদৰ কৰি কলে, 'তুমি উভতি যোৱাগৈ।' তাৰ পিচত দুৱাৰত খুন্দিয়াই দি ভিতৰত কোন আছে সুধিলে। কিন্তু বহুতপৰলৈ কাৰো সাৰসিৰিকতি নেদেখি তাৰ পেটে পেটে অভিমান উপজিল। 'গুচি যাওঁ' বুলি ভাবিছেহে এনেতে, লিগিৰী এজনীয়ে দুৱাৰ মেলি তেওঁক এগ্‌নিছৰ জিৰণিঘৰলৈ লৈ গ'ল। এই ঠাইতেই পলে এৰাতি নহয়, দুৰাতি নহয় বহুত নিশা তাইৰ লাহৰী হাতত ধৰি অকপটীয়া চেনেহৰ আঁজলি দিছিল। আজিও সেই ঘৰ-দুৱাৰ আগৰ নিচিনা হৈয়ে আছে। কালি ৰাতি এগ্‌নিছে পলক গছ-গছনিবিলাকৰ আঁৰে আঁৰে

পলুৱাই আনিছিল। মাজনিশাৰ বতাহত ফুলৰ সুগন্ধি ৰেণু ভাঁহি আহি পলক মতলীয়া কৰিব খুজিছে। হৰিণৰ শিংযোৰৰ-পৰা টল্ টল্ কৰে জ্বলি থকা চকুজুৰিয়েও যেন পলৰ গতি-গোত্ৰ লক্ষ্য কৰি আছে। কিন্তু আজি এগনিছৰ শোৱনি ঘৰলৈ যোৱা দুৱাৰখন মুকলি হৈয়ে আছে। অলপ পিচতে দুৱাৰৰ ঘট-ঘটনি শুনি ঘূৰি চাই দেখিলে আউলি-বাউলি চুলিৰে বেচেৰী এগ্‌নিছ এখুজি দুখুজিকৈ আগ বাঢ়ি আহিছে। আতুৰত পৰা মানুহৰ দৰে তাই বিৱৰণ পৰিছে। জিৰণিঘৰ সোমায়েই তাই দুৱাৰ জপালে। ঢলং পলং কৰি খোজ কাঢ়োতে তাই এবাৰ মাটিত পৰিব খুজিছিল। এনেতে পল তাইৰ ওচৰলৈ আগ বাঢ়ি গৈ হাত দুখনি মেলি সহায় কৰিব খুজিছিল; কিন্তু এগ্‌নিছৰ গাত ধৰিবলৈ তাৰ মনত সাহ নুপজিল।

"এতিয়া কেনে পাইছা ?" এইদৰে পলে লাহেকৈ সুধিলে। কিন্তু এগ্‌নিছে মুখেৰে নেমাতিলে। গোটেই গা থৰ্থৰ্ কৰে কঁপিছিল, আৰু হাতদুখনেৰে দুৱাৰত ভেজা দি কোনোমতেহে বেচেৰী থিয় হৈ আছিল। অলপ পৰ নিতাল মাৰি থকাৰ পিচত পলে আকৌ কলে, "এগ্‌নিছ, আমি হিয়াত বল বান্ধিব লাগিব।"

এগ্‌নিছে নিশকতীয়া চকুজুৰিৰে পলৰ ফাললৈ চাই ক'লে, "তেনেহলে আপুনি আহিলে বা কিয় ?"

"তোমাৰ নৰীয়া বুলি বাতৰি পাইছিলোঁ।"

এগ্‌নিছে ছেদেলি-ভেদেলি হৈ ওলমি থকা চুলিযোৰ হাতেৰে ওপৰলৈ তুলিলে।

"তাৰ কাৰণে মই আপোনাক কেতিয়াও মাতি পঠিওৱা নাই।"

"এৰা এগ্‌নিছ, নামাতিলেও জানো তোমাৰ খবৰ লবলৈ অহাটো উচিত নহয়? এতিয়া তোমাক দেখি ভাল পাইছোঁ। লিগিৰীজনীয়ে তোমাৰ যিমান টান বুলি কৈছিল, শুনি মই আতুৰ হৈছিলোঁ।"

- পলে শেষ কৰিবলৈ নৌ পাওঁতেই আকৌ এগ্‌নিছে ক'লে, "আপোনাক মই কেতিয়াও মতা নাই যেতিয়া আপুনি অহাটো ঠিক হোৱা নাই। বাৰু আপুনি যেতিয়া আহিছে আপোনাক সুধিব খুজিছোঁ—এই কাম কৰিবলৈ আপোনাক কিহে পাইছিল?......কেলেই কৰিলে? কেলেই এনেকুৱা কৰিলে ভাঙ্গি কওক।" ইয়াৰ পিচত হাতত ধৰি পলক তাইৰ শোৱা পাটীৰ ওচৰলৈ বাট দেখুৱাই দিলে।

এগ্‌নিছক স্পৰ্শ কৰিবলৈ পলে ভয় কৰিছিল। টুকুৰা-টুকুৰকৈ ভাঙ্গি আকৌ আল্‌ফুলকৈ জোৰা লগাই থোৱা তাই এটি পুতলা। পলৰ হাতৰ পৰশ পালেই নিমিষতে এই প্ৰতিমাখনি থান্‌বান হ'ব। এই ভয়তহে পলে এগ্‌নিছৰ শৰীৰ স্পৰ্শ কৰিবলৈ অতপৰে শঙ্কা কৰিছিল। অকল সেয়েই নহয়। পলে বঢ়িয়াকৈ বুজিছিল যে আৰু এদোপ উজাই গলেই সংযমৰ শিকলি সি টানি ধৰিব নোৱাৰিব। সেইদেখি এগ্‌নিছক হাতেৰে ছুলে তাৰ পতন হবলৈ সৰহ সময় নেথাকে। চাকিৰ পোহৰত এগ্‌নিছৰ মুখখন

এবাৰ ভালকৈ নিৰীক্ষণ কৰিলে, তাইৰ ওঁঠ দুটি সূৰ্য্যৰ তাপত দেই যোৱা গোলাপৰ পাহিৰ দৰে বিবৰ্ণ পৰিছে ; চকুযুৰি বহুত তললৈ সোমাই গৈছে, গালৰ মাজৰ হাড় কেডোখৰ ওখ হৈ জিলিকিছে। একুৰি বছৰ আগুৱাই যোৱা হলে যিমান বুঢ়ী হল-হেঁতেন, আজি এদিনৰ দুখ-কষ্টয়ে সিমান কৰিলে। সিমানতো কঁপি থকা ওঁঠ দুটি আৰু উচুপি উচুপি কন্দা মুখখনি যি দৰে তাই যতন কৰি লুকুৱাব খুজিছিল তাৰ ভিতৰেদি শিশুৰ মধুৰতা জিলিকি পৰিছিল। তাইৰ এখনি হাত পাটীখনৰ ওপৰত পৰি আছিল আৰু সেই হাতখনি যেন পলৰ হাতৰ পৰশ পাবলৈ আকুল হৈছিল ; কিন্তু সেই হাতখনিৰ ওপৰত আল্-ফুলকৈ নিজৰ হাতখনি বুলাবলৈ পলৰ সাহস নহ'ল। দুয়োটি হাত একেলগ হোৱা হলেই দুটি জীৱনৰ বান্ধোন শিকলিগছ জোৰা খালেহেঁতেন হয়, কিন্তু ইমান আগবাঢ়িবলৈ পল আজি অপাৰগ হ'ল।

ইয়াৰ পিচত পলে এগ্নিছক ক'বলৈ ধৰিলে, "এগ্নিছ, গ'ল ৰাতি আমি আমাৰ সৰ্ব্বনাশ কৰিবলৈ আগ বাঢ়িছিলোঁ। ঈশ্বৰে আমাক এই পিছল বাটত এৰি ৰং চাইছিল। কিন্তু আজি সেই গৰাকী পুৰুষেই আমাক সজ বুধি দিছে। আমি নৰকৰ জুইত কেতিয়াও জাপ নিদিওঁ, এগ্নিছ"—এগ্নিছৰ নাম মুখত ওলালতে প্ৰণয়ৰ অনুপ্ৰেৰণাই তাক ব্যাকুল কৰিব খুজিলে আৰু থোকা-থুকি মাতেৰে আকৌ ক'বলৈ ধৰিলে, "তুমি হ'বলা ভাবিছা যে এইদৰে কওঁতে মই কষ্ট নেপাওঁ ? মোক যেন

কোনোবাই জীয়াই জীয়াই গাঁতত পুতি থলে। আৰু মই যিমান যন্ত্ৰণা ভুগিছোঁ তাত চিৰদিন ডেই পুৰি থাকিম। কিন্তু এই সকলো দুখ তোমাৰ ভালৰ হকে মই অকাতৰে সহিবলৈ ওলাইছোঁ। এগ্‌নিছ আমি দুয়ো বুকু ডাঠ কৰি এই জীৱন যুঁজত জয়ী হওঁ আহাঁ। তোমাৰ স্মৃতিপটৰ পৰা মোৰ নাম তুমি একেবাৰে মোহাৰি পেলাবা। কেতিয়াবা আচম্বিতে মোৰ কথা মনলৈ আহিলে ই এটা কু-সপোন বুলি ভাবিবা। তুমি যেন ভৈয়ামত বাট হেৰুৱাই অনাই-বনাই ঘূৰি ফুৰোঁতে কোনো এটা পিশাচে সৰ্ব্বস্ব লুটি-পুটি লৈ তোমাৰ অনিষ্ট কৰিবলৈ আগ বাঢ়িছিল; কিন্তু দয়াশীল ঈশ্বৰে যেন তোমাক উদ্ধাৰৰ পথলৈ টানি আনিলে। এই বিলাক কথা এতিয়া হয়তো তোমাৰ অসহনীয় যেন লাগিব পাৰে। কিন্তু অচিৰে তুমি বুজিব পাৰিবা মই কেনেকৈ তোমাৰ মঙ্গল চিন্তিছোঁ। বেমাৰীক আকটা ঔষধ গুজি খুৱাওঁতে আমি নিষ্ঠুৰতাৰ পৰিচয় দিওঁ সঁচা কিন্তু আনহাতে ইয়াৰ পৰা ৰোগীয়ে জানো আৰোগ্য নলভে?"

এগ্‌নিছে অতপৰে একান্ত মনে পলৰ কথাবিলাক শুনি আছিল। এতিয়া পল মনে মনে থাকোঁতে তাই লাহেকৈ মুৰটো জোকাৰি ক'লে, "ওহোঁ নহয়, নহয়, আপুনি কোৱা কথা সঁচা নহয়।"

মুখখন অলপ কাষ চপাই নি পলে সুধিলে, "তুমিনো আচল কথাটো কি বুলি ভাবিছা?"

"আপুনি বাৰু গ'ল ৰাতি এইদৰে নকলে কিয়? ৰাতি

আপুনিয়ে মযে যেতিয়া প্ৰেমালাপত আপোন পাহৰা হৈ আছিলোঁ তেতিয়া এনে শান্ত শিষ্ট উপদেশ দি মোৰ তেজ চেঁচা নকৰিলে কিয় ? তেতিয়া বাৰু আপুনি বেলেগ ধৰণৰ সত্য দেখা পাইছিল নহয় জানো ? আপোনাৰ পেটৰ কথা মই বুজিব পাৰিছোঁ। আপোনাৰ আইতাকে, নহলে আন কোনো মানুহে মোৰ লগত আঁপোনাৰ কি সম্বন্ধ ঘটিছে তাক বুজিব পাৰিছে। আৰু এতিয়া আপুনি লোকনিন্দাৰ ভয়ত মোক সংযমৰ শিকনি দিবলৈ আহিছে। আপোনাক যি ভয়ে মোৰ পৰা নিলগ কৰিব খুজিছে সি ঈশ্বৰ-প্ৰেমৰ পৰা ওপজা ভয় নহয়।"

এগ্নিছৰ কথাখিনিয়ে পলক থকা-সৰকা কৰিলে। পাৰিলে সি তাইৰ গাত বাৰুকৈয়ে হাত দিয়ে। তাৰ পিচত খং মাৰ নিয়াবলৈ তাইৰ নিশকতীয়া হাতখনি সি মূচৰি পেলালে। তাকে কৰি একে চাবে থিয় হৈ ক'লে, "মোৰ আয়ে মোক সতৰ্ক কৰি দিয়া কথাষাৰ মই মিছা মাতিব নোখোজোঁ। মোৰ আয়ে যি কেআষাৰ কথা কৈ মোক বুজনি দিলে সেই কথা কেই আষাৰ মোৰেই বিবেকবাণী। তোমাৰ জানো বিবেক বোলা বস্তুটো একেবাৰে লোপ পালে ?"

"বিবেকবাণী ? সঁচাকৈয়ে মোৰো এটা বিবেক বোলা শক্তি আছে। ভাল বেয়া বিচাৰ কৰিবৰ মোৰো ক্ষমতা আছে। মই কেচুৱা হৈ থকা নাই। মোৰ বিবেকেও মোক কাণে কাণে কৈছে যে আপোনাৰ কথাত ভোল গৈ মই অন্যায় কৰিছিলোঁ।

আৰু আপোনাক ইয়ালৈ সোমাবলৈ দিয়া মোৰ ভুল হৈছে। যি জনা ঈশ্বৰে আপোনাক এতিয়া নৈতিক সাহ দিলে, তেওঁনো প্ৰথমতে আপোনাৰ চকু মুকলি কৰি নিদিলে কিয় ? মই কোনো দিনা আপোনাৰ পঁজাত ভৰি দিয়া নাছিলোঁ। কিন্তু আপুনি মোৰ বৰঘৰৰ ভিতৰ সোমাই লৰাৰ পুতলাৰ দৰে মোক হাতত তুলি লৈ আপোনাৰ অভিৰুচিমতে ধেমালিৰ সঙ্গিনী কৰি ললে। আৰু এতিয়া মই কৰিম কি ? মোক এই কথা বুজাই দিয়ক। আপোনাৰ কথা মই পাহৰিব নোৱাৰোঁ। আপুনি গ'ল ৰাতি যেনেকৈ মোৰ লগত পলাই যাবলৈ পাঙিছিল সেইদৰে যাবই লাগিব নহলে……"

"নহলে কি হ'ব ?"

এগ্নিছে আৰু সমিধান নিদিলে। তাই কেৱল থৰ্থৰ্ কৰে কঁপিছিল। সংসাৰ-সুখৰ লাহৰী মুৰতিখন ভাগি যোৱাৰ লগে লগে তাই বাউলী হ'ল। তাইৰ মুখত এতিয়া কোন মুহূৰ্ত্তত কি কথা ফুটে তাই নিজে তাৰ বুজ নেপায়।

পলেও মাতিব নোৱাৰিলে। তাই তাৰ বিষয়ে যি কথা কলে তাত জানো অলপো ভাঁজ আছে ? সি তাইক যেনেকৈ বুজনি দিব খুজিছিল, তাত সঁচাতকৈ মিছাৰ ভাগ সৰহ। তাই এতিয়া তাৰ হাত দুখনি এনেকৈ শলখা মাৰি ধৰি আছে যে তাৰ বিপুল শকতিয়েও পৰাভৱ মানিছে।

এনেতে এগ্নিছে ইখন হাতেৰে দুয়োটি চকু ঢাকি লৈ ধীৰে ধীৰে ক'লে, "হে দয়াময়! তুমি যদি দৰাচলতে বিৰাজ কৰিছা,

তেনেহলে এনেকৈ এৰা-এৰি হবলৈকে আমাক মিলনৰ সুযোগ দিছিলা কিয় ?” তাৰ পিচত পলৰ মুখলৈ চাই কলে, “আপোনাৰ অন্তৰত মোৰ প্ৰতি চেনেহ অটুট আছে। সেই দেখিয়েহে আপুনি আজি মোৰ ওচৰলৈ আহিছিল। অ' আপুনি হবলা ভাবিছিল যে মই আপোনাৰ পেটৰ কথা বুজা নাই ? মই বঢ়িয়াকৈ জানোঁ। মোৰ প্ৰতি আপোনাৰ যি প্ৰীতি তাক একোৱে লঘূ কৰিব নোৱাৰে।”

এগ্‌নিছে ইয়াৰ পিচত চকু-লোৰে তিতি থকা গাল দুখনিৰে সৈতে পলৰ মুখৰ ওচৰলৈ মুখখনি চপাই নিলে। চকুৱেদি অবিৰত পানীৰ ধাৰ বৈ থকা কাৰণে পলৰ চকুযুৰি বস্তিৰ পোহৰত চিক্‌মিকাই আছিল। দৃষ্টিশক্তিহীন অন্ধলা চকুযোৰেৰে আকৌ এবাৰ এগ্‌নিছৰ মুখলৈ চাই পঠিয়াওঁতে দেখিবলৈ পালে যে অতপৰে তাৰ সমুখত থকা মুখখন এগ্‌নিছৰ নহয়—সেই সুন্দৰ মুখখন প্ৰণয়ৰ অধিষ্ঠাত্ৰী ৰতি দেবীৰ নিজা। ইয়াৰ পিচত এগ্‌নিছক সাবটি ধৰি পলে তাইৰ ৰূপহ গালত এটি সাদৰী চুমাৰ ৰেখা বহুৱাই দিলে। আৰু এনেকৈয়ে সেই ৰাতি দুটি ডেকা গাভৰুৱে পবিত্ৰ প্ৰণয়-গৌৰব অক্ষুন্ন ৰাখিলে।



বাস্তৱ জগতলৈ এই মুহূৰ্ত্তত পলৰ লক্ষ্য নাই। প্ৰণয়ৰ সোণালী ৰহনে তাৰ গোলাপী গালত বোল সানি দি ক্ষন্তেকলৈ তাক পৃথিবীৰ দুখ-সোঁৱৰণৰ পৰা মুক্ত কৰিলে। অলপ পিচত যেতিয়া তাৰ চেতনা হ'ল তেতিয়া এগ্‌নিছৰ মুখৰ পৰা নিজৰ মুখখন আঁতৰাই আনিলে। যি মোহিনীবাণক সি হেলাৰঙে কাটিছোঁ বুলি ভাবিছিল সেই অদৃশ্য শকতিয়েই আকৌ তাক জয় কৰিলে। আৰু আকৌ এবাৰ এগ্‌নিছে ফুচ ফুচ্ কৰে কোৱা তাৰ কাণত পৰিল, “মই জানিছিলোঁ আপুনি আকৌ মোৰ ওচৰলৈ আহিব।”

এনে কথা শুনিবলৈ আৰু পলৰ মন নগল। এগ্‌নিছে তেতিয়া তাৰ বাউসিতে 'মুৰটো থৈ লাহেকৈ আউজিছিল। এনেতে পলে এহাতেৰে এগ্‌নিছৰ মুখখন আলফুলকৈ জপাই ধৰিলে আৰু ইটো হাতেৰে তাইৰ আউলি-জাউলি হৈ থকা চুলিবোৰ সমানকৈ দিলে। তাৰ তুলনাত তাই এধানমান নহয় জানো? তাৰ শকত হাতৰ মুঠিত বেচেৰীয়ে জানো পৰাভৱ নেমানি থাকিব পাৰে? কিন্তু এই নিশকতীয়া পৰাণীটিয়ে তাৰ বিশাল দেহটো কেনেকৈ পৰিচালনা কৰিবলৈ বল লভিছে? এজনী সামান্য বালিকাই তাৰ মনোৰাজ্যখন কেনেকৈ অধিকাৰ কৰিছে? তাইৰ শৰীৰ ক্ষুদ্ৰ হ'লেও তাৰ ভিতৰত দুৰ্জ্জয় শকতি

নিহিত আছে। এই শকতিয়েই পলক সাগৰৰ অথাউনীয়া তলিলৈ চোঁচোৰাই নিব পাৰে, পুণ্য প্ৰদেশৰ শিখৰলৈকো তুলি নিব পাৰে, অথবা চকুৰ পচাৰতে তাক চিন্তাশক্তিহীন জড়যন্ত্ৰ-লৈকো পৰিণত কৰিব পাৰে। সি যেতিয়া পৰ্ব্বত ভ্ৰমি ফুৰিছে, তেতিয়া তাই নিজৰ ঘৰত বিশ্ৰাম লভি নিশ্চিন্ত মনে ভাবিছে —পল তাইৰ ওচৰলৈ আহিবই, আৰু তাইৰ কথাও লৰ্‌চৰ্‌ ন'হল। পল সঁচাকৈয়ে তাইৰ ওচৰলৈ নাহিল জানো ?

আকৌ এবেলি এগনিছে কিবা ক'ব খুজিছিল। কিন্তু পলে মুখখন এনেকৈ ঢাকি থ'লে যে তাই আৰু মুখেৰে নেমাতিলে। এইদৰেই অলপ বেলি সিহঁত দুয়ো নিমাত হৈ আছিল। তাৰ পিছত পলে ক'বলৈ ধৰিলে, "মই দুনাই তোমাৰ কাষ চাপিলোঁহি আৰু গোটেই জীৱনলৈ মই তোমাৰেই হ'লোঁ। এতিয়া তেনেহলে তুমি ভাল পাইছা ? কিন্তু এতিয়াৰ পৰা তুমি ধীৰ-প্ৰকৃতি হ'ব লাগিব। নিজক উত্তেজিত নকৰিবা আৰু জীৱনৰ পোন বাট এৰি অবাটে যাবলৈ মন নেমেলিবা। তোমাৰ মনত আৰু মই বেজাৰ নিদিওঁ, কিন্তু তুমি মোৰ আগত শপত খাই কব লাগিব যে এতিয়া তুমি যেনে ধীৰ আৰু শান্ত, আগলৈকো তেনেই থাকিবা।"

এগ্‌নিছৰ হাত দুখনি থৰ্‌থৰ্‌ কৰে কঁপা যেন পলে গম পালে। আৰু পলৰ হাতৰ পৰা এক্ৰাই নিব খোজোঁতে সি বুজিলে যে এগ্‌নিছে তাৰ বিপক্ষে দ্ৰোহ আচৰণ কৰিবলৈহে তেনে কৰিছে। ততালিকে তাইৰ দুয়োখনি হাত পলে

কট্‌কটীয়াকৈ জপাই ধৰিলে। এনেকৈয়ে তাইৰ জীৱন-শলিতাগছি হাতৰ মুঠিত সুমুৱাই লব পৰা হ'লে পলে আজি সুখ লভিলেহেঁতেন।

"মোৰ সাদৰী এগ্‌নিছ, আজি মই কিমান দুখ কষ্টৰ বোজা বৈছোঁ তুমি কোনো কালে গম নোপোৱা। মই মোৰ শৰীৰৰ অশুচি অংশ ধুই পেলালোঁ, আৰু মোৰ ওপৰত যি অসহনীয় নির্য্যাতন বিহিলোঁ তাৰ ফলত মোৰ হিয়া ভাগি তেজৰ চেকুৰা বন্ধ গ'ল। এতিয়া মই তোমাৰেই। আৰু ঈশ্বৰৰ নির্দ্দেশ মতে মোৰ আধ্যাত্মিক জীৱন তোমাৰ জীৱনেৰে একে লগে গাঁথিলো।" প্রতি আখৰেই যেন পলৰ অন্তৰৰ গভীৰ প্রদেশ ভেদ কৰি আহিছিল। আকৌ সি ক'বলৈ ধৰিলে, "আমি ইটিয়ে সিটিক প্রীতিৰসত বুৰাই অনেক দিন এনেকৈয়ে কটাইছোঁ। দুর্জ্জয় ধুমুহাই সাগৰ ফালি ছিৰি পেলোৱাৰ দৰে আমাৰ দুখনি অন্তৰো কত ঘাত প্রতিঘাতৰ আশ্রয় হৈছে। এগ্‌নিছ, তুমি মোৰ আত্মা সদৃশ। এনে অৱস্থাত তোমাৰ হাতত মোৰ আত্মাটি শোধাই দিয়াতকৈ আৰু অইন কি প্রতিদান যাচিব পাৰোঁ ?"

পল থমক্ খাই ৰ'ল। এগ্‌নিছৰ মুখ দেখি সি গম পালে যে, তাৰ কথাখিনি তাই বুজিব পৰা নাই।

ইয়াৰ পিচত এগ্‌নিছে পলৰ মুখলৈ চাই ক'লে, 'আপুনি মোৰ আগত দুনাই মিছা নেমাতিব। কালি ৰাতি যে আমি দুয়ো ইয়াৰ পৰা গুচি যাবলৈ আলচ কৰিছিলোঁ, তাত

আপোনাৰ মত নে অমত তাকেহে মাথোন মোক কওক। এইদৰে ইয়াত থাকিলে আমাৰ জীৱন সুখৰ নহয় ধুৰুপ।” অলপ পৰ টলকা মাৰি থাকি আকৌ তাই খঙৰ মূৰ্ত্তি ধৰি ক’লে, “ই ধুৰুপ। তুয়ো যদি একেলগে থাকিব লাগে তেনেহলে ইয়াৰ পৰা আমি আঁতৰিব লাগিব। মোৰ যিখিনি ধন সোণ আৰু সম্পত্তি আছে তাৰেই আমাৰ উভৈনদী হব। মোৰ ককাইদেউ আৰু আপোনাৰ আইতাকেও পিচত এই কথা শুনিলে আমাক ভালহে বুলিব কিয়নো তেওঁলোকে বুজিব পাৰিব যে আমি লুক্-ঢাক্ নকৰি সত্যৰ পোন-পটিয়েদি চলিব খুজিছোঁ। এতিয়াৰ দৰে থাকি আমি সুখ নেপাওঁ। নহয়, এইদৰে থকা আমাৰ কাৰণে অশোভন হব। সোনকালে মাথোন মোক কওক। আপোনাৰ মত নে অমত ?”

“এগনিছ তোমাৰ লগত মই গুচি যাব নোৱাৰোঁ।”

“তেনেহলে আপুনি মোৰ কাষলৈ নাহোঁ বুলি আকৌ আহিছিল কেলেই ? এতিয়াই ইয়াৰ পৰা গুচক। মোৰ ওচৰত নাথাকিব।”

পল আঁতৰিব নোৱাৰিলে। তাইৰ গোটেই শৰীৰত কঁপনি উঠা দেখিবলৈ পাই পলৰ আশঙ্কা হ’ল। তাই আকৌ কলে, “আপুনি গুচি যাওক। আপোনাক মই মাতি পঠিওৱা নাই। আমি যদি নিৰ্ভীকেই হব লাগে তেনেহলে আপুনি মোৰ ওচৰলৈ দুনাই আহিছিল কেলেই ? আকৌ মোৰ মুখ আপোনাৰ চুমাৰ সাঁচৰে ৰাঙলী কৰিলে কেলেই ? অ’ আপুনি

যদি মোক খেলৰ পুতলা কৰি লৈছিল তেন্তে আজি সেই ভুল ধৰা পৰিল। নিশা মোৰ ওচৰলৈ আহি প্ৰণয় যাচি দিনৰ ভিতৰত মোলৈ অৱজ্ঞাসূচক পত্ৰ লিখি থাকিলে মোৰ গা মুজুৰায়। আজি ৰাতি আপুনি আহিছে কাইলৈ ৰাতিও আপোনাক মই ইয়াত পাম, তাৰ পিচ ৰাতিও পাম আৰু সেইদৰেই শেহত আপুনি মোক বাউলী নকৰাকৈ নেৰে। মই হলে এনে আচৰণ সহ্য নকৰোঁ, মই কেতিয়াও নসহোঁ। আপুনি কৈছে আমি নিৰ্ভীক আৰু নিৰ্ম্মল হব লাগে। কিন্তু এই কথা আপুনি ইয়াৰ আগেয়ে মোক কোৱা নাছিল। আপুনি মোক বিপদত পেলালে। চকু চাওঁতেই আপুনি ইয়াৰপৰা আঁতৰি যাওক, যাতে কাইলৈ দোকমোকালিত উঠি আপোনাক লগ পাবলৈ মই আশা নকৰোঁ।"

"হাঁয় বিধি!" এইদৰে কৈয়েই পলে তাৰ দুখৰ বোজা পাতলাবলৈ এটি হুমুনিয়াহ কাঢ়িছিল। এনেতে তাই আকৌ কলে, "আপুনি হবলা ভাবিছে কেচুৱাৰ নিচিনাকৈ মোক ভুৱা দিব পাৰিব। মই প্ৰকৃততে বুঢ়ী হলোঁ আৰু আপুনিয়ে মাথোন কেইপৰ মানৰ ভিতৰতে মোক এনে কৰিলে। আপুনি ভাবিছিল যে এইদৰে থাকোঁতেই এদিন এটি উপযুক্ত পাত্ৰৰ লগত মোৰ বিয়া হব আৰু এই বিয়াৰ পিচতো আপোনাৰে মোৰে অবৈধ প্ৰীতি অটুট থাকিব। আৰু এনেকৈয়ে ফাঁকতি কৰি আপোনাৰ সাধুতাৰ পৰিচয় দিব। এয়ে যদি আপোনাৰ মনৰ আচল কথা, তেনেহলে মোৰ প্ৰকৃত ৰূপ আপুনি দেখি

পোৱা নাই। গ'ল নিশা আপুনি কৈছিলে—'আমি দুয়ো গুচি যাওঁ বলা ; আঁতবলৈ গৈ ভাত আমি দুয়ো সংসাৰ পাতি সুখেৰে থাকিম।' কিন্তু আজি আপোনাৰ মুখত ঈশ্বৰপ্ৰিয় আৰু ত্যাগশীল পুৰুষৰ উপদেশ শুনি মই তবধ মানিছোঁ। এই-খিনিতেই তেনেহলে আমাৰ এৰাএৰি হ'ল। মোৰ লগত যাবলৈ অনিচ্ছা কৰাৰ পিচত আপুনি এই গাৱঁত থাকিবলৈ আশা নোটোপালিব! এই নিশাৰ ভিতৰতে আপুনি ইয়াৰ পৰা নিলগীয়া কোনোবা প্ৰদেশলৈ গুচি যাওক, নতুবা আপোনাক দৰ্শন লভিবলৈ আৰু এই বালিকাৰ অভিলাষ নাই। আৰু সিমানতো যদি আপুনি কাইলৈ পুৱাৰ ঈশ্বৰ উপাসনাত যোগ দিয়ে, তেনেহলে মই বেদীৰ ওপৰত থিয় হৈ সমাজৰ ফাললৈ মুখ কৰি কৈ দিম, "এখেত আপোনালোকৰ সাধু পুৰুষ। দিনৰ বেলা তেখেতে সাধুৰ বেশ ধৰে আৰু ৰাতি হলে নিৰাশ্ৰয়া, অৰক্ষিতা বালিকাৰ ওচৰলৈ গৈ সিহঁতক পাপ আৰু অধৰ্ম্মৰ পথলৈ টানি আনে।"

মিছাতে তাৰ হাতখনেৰে এগ্নিছৰ মুখ জপাই থবলৈ পলে যত্ন কৰি চালে। সি তাইৰ মুৰটো ধৰি বুকুত চেপা মাৰি ধৰিলে। আৰু এনেতে তাৰ মাকে কোৱা কথা আষাৰ মনত পৰিল—"সেয়ে বুঢ়া পুৰোহিতটোৱে তোমাকে মোকে অলপতে ইয়াৰপৰা খেদাই দিম বুলি কলে।"

এগ্নিছে পলৰ হাতৰপৰা এৰাই যাবলৈ মৰো জীওঁ সোঁআধিকৈ এবাৰ আজোৰ মাৰিলে। পলে তাইক সাৱটি ধৰি

কাণৰ ওচৰলৈ মুখখন নি কলে, “এগ্নিছ, তুমি তেনেই বাউলী হ’লা। মই কি কৈছোঁ কাণ পাতি শুনা। তোমাৰ অনিষ্ট কৰিবলৈ মই উপায় সজা নাই। তোমালৈ মোৰ অসীম চেনেহ। আগতকৈয়ো এতিয়া শতগুণে তোমাক মই বেচিকৈ ভাল পাওঁ। আৰু এতিয়া জানো মই তোমাক এৰি থৈ ক’ৰবালৈ যাব খুজিছোঁ? মই তোমাৰ ওচৰ চুবুৰীয়া হৈয়ে থাকিম। আৰু তোমাৰ আত্মাৰ উন্নতি সাধি তোমাৰ প্ৰতি মোৰ পবিত্ৰ চেনেহৰ চিনাকি দিম। গ’ল নিশা আৰু এই মুহূৰ্ত্তৰ ভিতৰত মই কিমান কষ্ট ভুগিছোঁ তাৰ তুমি ভু নোপোৱা। জুয়ে আগুৰি ধৰা বিপন্ন লোকৰ দৰে মই আতুৰ হৈ পলাই যাব খুজিলোঁ, কিন্তু সেই অগনিয়ে মোক পুৰিবলৈ নেৰিলে। আজি মই কত ৰকমে মোৰ মনক সামৰি ৰাখিবলৈ চেষ্টা কৰিলোঁ, কত ঠাই ভ্ৰমিলোঁ, কত ৰকমে মনোনিবেশ কৰিলোঁ, কিন্তু সিমানতো তোমালৈ পাহৰি থাকিবলৈ হিয়াত বল নহ’ল। আকৌ তোমাৰ কাষলৈ মই উলটি আহিলোঁ। সাদৰি এগ্নিছ, আৰু তাকে নকৰি মই শান্তি নেপালোঁ।……

“তুমি শুনিছানে? মই তোমাৰ প্ৰতি বিশ্বাসঘাতকতা নকৰোঁ। আন কি তোমাক পাহৰিবলৈ মই ইচ্ছা নকৰোঁ। কিন্তু এগ্নিছ, আমি দুয়োটি নিষ্পাপী হব লাগিব, আমাৰ প্ৰণয় বান্ধোন চিৰকলীয়া কৰিব লাগিব। তেনেহলেহে আমাৰ প্ৰীতি-সম্ভাষা উচিত হব। এগ্নিছ, মই কোৱা কথা তুমি ভালকৈ বুজিব পাৰিছোঁ বুলি কোৱাঁ।”

আকৌ এবেলি এগনিছে এনে টানকৈ আজোৰ মাৰিলে যে পলে আৰু তাইক আকোৱালি ধৰি ৰাখিব নোৱাৰিলে। তাই পোন হৈ বহিল আৰু তাইৰ শুৱনি চুলিবোৰ আউলি-জাউলি হৈ তাইৰ মুখৰ চাৰিওকালে সিঁচৰতি হৈ পৰিল। এই মুহূৰ্ত্তত তাইৰ মনত প্ৰতিশোধৰ ভাব উপজিল আৰু চকু মুদি হাত দুখন টানকৈ জপাই তাই পলৰ ওপৰত হিংসা ভাব চৰিতাৰ্থ কৰিবলৈ মনে মনে পাঙিলে। তাইৰ খঙাল মূৰ্ত্তি দেখাতকৈ নিৰৱে থকা দেখিলে ভয় লাগে। সেইদেখি তাই নিটাল মাৰি থকা দেখা পালত পলৰ আশঙ্কা হ'ল। তাইৰ হাত দুখনি আকৌ তাৰ হাতৰ ওপৰত তুলি ললে। কিন্তু এই সময়ত চাৰিও খনি হাত একে মুঠ হলেও তাত প্ৰণয়ৰ লহৰি স্ফুঠিল। এতিয়া প্ৰণয়ৰ আবেগত ইটি হাতে সিটি হাতক আদৰ কৰিবলৈ আগ নাবাঢ়ে।

"এগ্‌নিছ, মই যি যথাৰ্থ কথা কলোঁ তুমি বুজিব পৰা নাই। এতিয়া যোৱাঁ, ৰাতিটোৰ কাৰণে জিৰণি লোৱাগৈ। কাইলৈ ৰাতিপুৱা আমাৰ দুয়োৰে এটি নতুন জীৱন আৰম্ভ হব। মই তোমাৰ প্ৰতি যেনেকৈ বন্ধুভাব কৰিম," সেইদৰেই ভগ্নীভাবো ৰাখিম আৰু ইটিয়ে সিটিৰ সহায় সাৰথি হম। মোৰ জীৱন তোমাৰ কাৰণেই উৰ্চৰ্গিলোঁ, তুমি যেনেকৈয়ে ভাল পোৱা তাৰ ব্যৱহাৰ কৰা। অন্তিম কাললৈকে মই তোমাৰ সহ-যাত্ৰী হম, আৰু মৰণৰ পিচতো অনন্ত কাললৈ আমাৰ মিত্ৰতা সজীৱ হৈ থাকিব।"

এনে প্ৰকাৰৰ অনুনয় বিনয় শুনিলতো এগ্‌নিছৰ শৰীৰ জুৰ নপৰিল। বেজাৰত জুৰুলা হোৱা তাইৰ মুখখনিলৈ চাই পলে যি দেখিলে ভয়ত তাৰ গা শিয়ৰি উঠিল। সি তাইৰ হাত দুখনিত তাৰ মুখখন লগাই এটি চুমা খালে। কোনোবাই তাক এই বেশত দেখালৈকো সি আজি কেৰেপ নকৰে। আৰু তাৰ পিচত এগ্‌নিছৰ ভৰিত আঁঠু কাঢ়ি বেচেৰীৰ শোক পাতলাবলৈ যত্ন কৰিলে। ইয়াৰ আগেয়ে কেতিয়াও সি আজিৰ দৰে মনৰ মলিনতা দূৰ কৰিব পৰা নাছিল। আজিৰ দৰে কোনো দিন সি পাৰ্থিব জীৱনলৈ কটাক্ষ কৰিবলৈ সাহস নকৰিছিল। কিন্তু ইমানতো তাৰ অন্তৰাত্মা কিহৰ কাৰণে ভয়ত বিহ্বল হৈছিল ?

এনেতে পলে কলে "এগ্‌নিছ তুমি সংযমশীল হোৱাত অতিশয় ৰং পাইছোঁ। আমি যি সংগ্ৰাম মূৰ পাতি লৈছিলোঁ আজি সেই সমৰত জয়ী হলোঁ। এতিয়া তুমি শোৱা, মই ঘৰলৈ আহিলোঁ। কাইলৈ ৰাতিপুৱা"—এই বুলি ভয়ে ভয়ে তাইৰ কাষ চাপি আকৌ কলে, "কাইলৈ ৰাতিপুৱা গীৰ্জ্জালৈ আহিবা। তাত একেলগে উপাসনা কৰি ঈশ্বৰক তুষ্ট কৰিম।"

তাই এবাৰ চকু মেলি পলৰ মুখলৈ চাই আকৌ চকু মুদিলে। মৃত্যুশয্যাত পৰি থকা বেমাৰিয়ে যেনেকৈ বহলকৈ চকু মেলি তাৰ পিচত সেই চকুযুৰি চিৰকাললৈ মুদে, সেইদৰে এগ্‌নিছেও তাইৰ শেষ চাৱনিৰে যেন কতনো কাকুতি জনালে !

"নহয়, আপুনি আজি ৰাতিৰ ভিতৰতে এনে এঠাইলৈ গুচি যাব যাতে আপোনাক মই তুনাই দেখিবলৈ নেপাওঁ।"

এগ্‌নিছে এনে কঠুৱা আদেশ দি ইয়াৰ পিচত পলক বিমোৰত পেলালে। পলেও বুজিছিল যে এগ্‌নিছৰ খঙ মাৰ নৌ যাওঁতেই তাইৰ লগত উত্তৰ কাটিবলৈ যোৱাটো মিছা। সেই কাৰণে ক্ষন্তেক পৰ মনে মনে থাকি তাৰ পিচত ধীৰে ধীৰে কলে, "এইদৰে যাবলৈ মই গাত লব নোৱাৰোঁ। কাইলৈ পুৱাৰ ঈশ্বৰ উপাসনাত মই যোগ দিম। আৰু তুমিও তালৈ আহিবা। যদি দৰকাৰ হয় তাৰ পিচতো মই যাব পাৰিম।"

"তেনেহলে কাইলৈ ৰাতিপুৱা গোটেই সমাজৰ আগতে আপোনাৰ কুযশ বখানিম।"

"যদি সেয়ে হয় তেনেহলে ইয়াকো ভগবানৰ ইচ্ছা বুলি ধৰিম। এগ্‌নিছ তুমি যে এনে কাৰ্য্য নকৰা তাক মই ভালকৈয়ে জানো। আজি ৰাতিটোৰ কাৰণে তোমাক আৰু আমনি নকৰোঁ। মই এতিয়া আহিলোঁ।"

সিমানতো সি যাব নোৱাৰিলে। তাইৰ লেউসেউ আৰু চিকমিকাই থকা চুলিবোৰলৈ চাই সি থিয় হৈ ৰ'ল। তাইৰ কেনে আদৰৰ চুলিৰ খোপাটি! এই চুলিবোৰ লিৰিকি বিদাৰিয়েই সি কেনেকৈ অতুল আনন্দ উপভোগ কৰিছিল! কিন্তু আজি সেই চুলিখিনি আহত হোৱা সৈনিকৰ মূৰত আটি দিয়া ক'লা কাপোৰৰ বান্ধোন যেনহে লাগিল।

এইবাৰেই শেষবাৰলৈ সি তাইক নাম কাঢ়ি মাতিলে,

"এগ্‌নিছ, আমি জানো এইদৰে এৰা-এৰি হ'ব পাৰোঁ? তুমি আগবাঢ়ি আহাঁ, তোমাৰ হাতৰ লগত মোৰ হাত স্পৰ্শ কৰোঁৱা আৰু তাৰ পিচত দুৱাৰ মেলি দিয়া।"

তাই থিয় হ'ল কিন্তু পলৰ হাত নুছুলে। দুৱাৰদলিৰ ওচৰলৈ গৈ তাই পল ওলাই যাবৰ কাৰণে বাট চাই ৰ'ল।

পলে মনতে ভাবিলে, 'মইনো আৰু কি কৰিব পাৰোঁ?' সি কিন্তু বঢ়িয়াকৈ জানিছিল যে এগ্‌নিছক সন্তুষ্ট কৰিবলৈ একেটি মাথোন উপায় আছে—তাইৰ ওচৰত সৈমান হব লাগিব। তাৰ পিচত অধৰ্ম্মৰ জীয়া জুইত জাঁপ দি পাপৰ বোকা সানিব লাগিব। এই অধৰ্ম্মলৈ জীয়াই থাকোঁতে সি মন নেমেলে। ইয়াকে সাৰোগত কৰি সি এখোজো পিচুৱাই নগৈ তল-মূৰ কৰি থিয় হৈ আছিল। তাৰ পিচত যেতিয়া ওপৰলৈ মুখ কৰি ঘূৰি চায় তেতিয়া এগ্‌নিছক তাত দেখা নাপালে। তাই কোনোবা মুহূৰ্ত্তত আঁতৰি গ'ল আৰু আন্ধাৰ ঘৰটোৰ মাজত অদৃশ্য হ'ল।

---

পলে আকৌ ঘৰৰ পিৰালিত ভৰি দিলেহি। এতিয়া বিপদ পাৰ হৈ গ'ল। অন্ততঃ তাৰ শঙ্কা গুচিল।

সি মাকৰ দুৱাৰ-দলিত অলপ বৈ মনতে ভাবিলে, এগ্নিছৰ লগত দেখা হোৱা আৰু তাই সমাজৰ মাজত তাক লাজ দিবলৈ হুমিওৱাৰ বাতৰিটো মাকক নোকোৱা ভাল নহব। মাক কিন্তু তেতিয়া টোপনিত। সেই দেখি সি আৰু নৰ'ল। পুতেকৰ আৰু একো বিপদৰ আশঙ্কা নাই যেন ভাবি তেওঁ নির্ভয়ে শুই আছে।

নির্ভয়! সি তাৰ কোঠালীৰ কেওফালে চকু ফুৰাই ললে, যেন সি বহুতদিনৰ মূৰত বিপদীয়া যাত্ৰাৰ পৰাহে উভতি আহি ঘৰ পাইছেহি। ঘৰ তেনেই নিজম, সকলো বস্তু য'ত থাকিব লাগে তাতে আছে। জানোচা সেই শান্তি ভঙ্গ হয় এই ভয়ত সি কাপোৰ সলাওঁতেও হাতত সাৱে ভৰিত সাৱেহে ইফাল সিফাল কৰিছিল। ডাঁৰত থকা কাপোৰবোৰৰ ছাঁ বেৰত পৰিছিল। কিন্তু কাপোৰবোৰৰ ছাঁতকৈও ক'লা, তাৰ ওপৰতে কাঠৰ হাঁকোটা এটাত থোৱা টুপীটো। চোলাটোৰ হাত দুটা ওলমি পৰি আছে, যেন বৰ ভাগৰতহে। এই আটাইবোৰ বস্তুৱেই তেজ-মাংসহীন ক'লা ভূত যেন হৈ তাৰ মনত ভয় সুমাই দিছিল। যি পাপৰ পৰা সি আজি নিজকে আঁতৰাইছে,

অথচ আকৌ কাইলৈ সংসাৰৰ যাত্ৰাত যি পাপে তাৰ পাচ লবলৈ খাপ লৈ আছে, এইটো যেন তাৰেই ছাঁ।

অলপ সময় পাৰ হ'ল, তেতিয়াও সেই ভূতে তাক এৰা নাই। এতিয়াও বিপদ যোৱা নাই, আৰু এনিশা বাকী। সাগৰ-যাত্ৰীৰ ঢৌ-ধুমুহাৰ শেষ যেন এতিয়াও হোৱা নাই। বৰ ভাগৰ লাগিছিল, টোপনিয়েও হেঁচা মাৰি ধৰিছিল ; তথাপি এটা অসহ্য চিন্তাই তাক পাটীত পৰিবলৈ নাইবা চকী এখনত বহি জিৰাবলৈ আজৰি দিয়া নাছিল। সি এনি তেনি ঘুম্মুটিয়াই ফুৰিছিল, নিচেই অকণ অকণ অলাগতিয়াল কামবোৰ কৰি সি লাহে লাহে এটা এটাকৈ বাকছ মেলি ভিতৰত নো কি আছে চাই ফুৰিছিল।

আৰ্চীখনৰ ওচৰেদি যাওঁতে তাত তাৰ ছাঁটোত চকু পৰিল। সি দেখিলে, তাৰ মুখ শেঁতা পৰিছে, ওঠ দুটা শুকাণ আৰু চকু দুটা সোমোৱা। 'নিজক ভালকৈ চাই ল, পল' এই বুলি সি ছাঁটোক কলে। তাৰ পিচত চাকিৰ পোহৰ দাপোণত ভালকৈ পৰক বুলি সি এবাৰ পাচ হুঁহকি আহিল। দাপোণৰ মূৰ্ত্তিটোও লগে লগে পাচ হুঁহকি গ'ল, যেন সি পলৰপৰা আঁতৰ হব খুজিছে। দাপোণত পৰা ছাঁটোৰ চকুৰ মণি দুটা বহল হৈ যোৱা দেখি তাৰ মনত ধাৰণা হ'ল যে দাপোণত দেখাটোহে প্ৰকৃত পল। দাপোণৰ পল্ মিছাকথীয়া পল্ নহয়। তাৰ শেঁতাপৰা মুখখনত পাচদিনাৰ সকলো শঙ্কা অঁকা আছিল।

ইয়াৰ পিচত সি মনে মনে সুধিলে, "নিৰাপদ যেতিয়া হোৱা

নাই ভাও ধৰি থাকিলে কিং লাভ হব ? আজি ৰাতিৰ ভিতৰতে মই তাইক লগত লৈ গুচি যাম। তেনেহলে সকলো আলৈ-আহুকালৰ ওৰ পৰিব।”

শোৱাপাটীৰ ওপৰত থোবাং জুৰি পৰি সি চকু দুটি মুদিলে আৰু মুখখন গাৰুটোৰ তললৈ সুমুৱালে। আৰু তাৰ বিবেকৰ কথাবিলাক এবাৰ দকৈ ভাবি চাব খুজিলে। ‘এৰা আজি ৰাতিয়েই যাব লাগিব। ভগৱান যীশুৱেও দঢ়াই দঢ়াই কৈছে বোলে আমি নিন্দা অপবাদৰ হাত সাৰিবলৈ যত্ন কৰিব লাগে। আইতাক টোপনিৰ পৰা তুলি কথাষাৰ কওঁ। তেওঁ জানোচা মোৰ লগতে যাবলৈ সৈমান হয়। কেঁচুৱা কালতে এদিন তেওঁ মোক এই গাৱঁলৈ যেনেকৈ আনিছিল, আজি হয়তো আকৌ সেইদৰে অইন দেশলৈ তেৱেঁই মোক লৈ যাব। আকৌ নতুন প্ৰদেশলৈ গৈ ন-কৈ মই গৃহস্থালি ধৰ্ম্ম আচৰণ কৰিম।”

কিন্তু এইবিলাক আলচা কথাহে। মনে-খনা পুখুৰীত পানী নোলায়। তাৰ চিন্তা ভাৱনাৰো ফল নধৰিলে; কিয়নো দৰাচলতে এইদৰে তাৰ মাকক ভাঙ্গি কবলৈ আৰু তাৰ পিচত এগ্‌নিছৰ লগত কোনোবা দূৰ দেশলৈ গুচি যাবলৈ তাৰ হিয়াত সাহ নাই। আৰু সিনো বাৰু এইখন কৰিব লাগিছে কেলেই ? এগনিছে তাক যেনেকৈ ভয় দেখুৱাইছে আচলতে তাই সেইদৰে আচৰণ নকৰে ই ধুৰুপ। তেন্তে সি গুচি যোৱাৰ প্ৰয়োজন নাই। দুনাই এগ্‌নিছৰ ওচৰলৈ গৈ অধৰ্ম্ম কৰিবলৈকো সি আৰু নেযায়। কিয়নো আজি ৰাতি সি কামুকতাক জয় কৰি

আহিছে। পভিকে এগ্‌নিছৰ লগত পৰি ইয়াৰ পিচত পাপ আৰ্জ্জন কৰাৰ ভয়ো তাৰ আজি গুচিল।

কিন্তু আকৌ এবাৰ তাৰ মন উলাহত নাচিবলৈ ধৰিলে। —'নহয় পল, তুমি যাবই লাগিব। আইতাৰৰ টোপনি ভাঙ্গিলে তুয়ো একেলগে গুচি যোৱা। তোমাক এইদৰে কোনে কৈছে তুমি জনা নাইনেকি? এয়া মই এগ্‌নিছহে। তুমি হবলা ভাবিছা যে তোমাক মই ভাবুকিহে দিলোঁ? মই হলে তোমাক ইয়াৰ পৰা তুৰন্তে গুচি যাবলৈহে কওঁ। মোৰ হাতৰ পৰা ৰক্ষা পালোঁ বুলি তুমি মিছা আশা কৰিছা। মই তোমাৰ শৰীৰ ভেদি আছোঁ। তোমাৰ শৰীৰৰ মই প্ৰেতাংশ * মাথোন। তুমি ইয়াতে থাকা যদি এক মুহূৰ্ত্তলৈকো মই তোমাক শুদায় নেৰো। তোমাৰ ভৰিৰ তলত ময়ে ছাঁ হৈ ফুৰিম, তোমাৰ আৰু আইতাৰৰ ভিতৰত ময়ে অন্তৰায় হ'ম আৰু আন কি তোমাৰ পৰমাত্মাৰ আচল ৰূপ তোমাৰ পৰা লুকাই ৰাখিম। ইমান অনিষ্ট কৰিবলৈ মই আগ বাঢ়িম, পল। সেইদেখি শীঘ্ৰে ইয়াৰ পৰা আঁতৰা।"

---

* মানুহৰ এহাতে যেনেকৈ সৎ কামলৈ ধাউতি হয় আনহাতে পাপ আচৰিবলৈকো মন উধায়। এপিনেদি যেনেকৈ নৈতিক বল লভিবলৈ মানুহৰ হাবিয়াস, আনপিনে পাপৰ জুইত পুৰি মৰিবলৈকো ভয় নোপোজে। শৰীৰৰ ভিতৰত দুটি ঘাই শকতিয়ে এইদৰে সততে টনা আজোৰা কৰি মানুহৰ নৈতিক ৰাজ্যখন গঢ়ি তোলে। যি অংশই অসৎ পথলৈ মানুহক চোঁচোৰাই নিব খোজে তাকে ইয়াত প্ৰেতাংশ বুলি কোৱা হৈছে।

তেতিয়া সি তাইক সান্ত্বনা দি ক'লে—"ওঁ মই যামেই। মই এতিয়াই যাওঁ; আমি দুয়ো একে লগেই যাম। তুমি মোৰ শৰীৰ প্ৰবেশ কৰিবা। মোক আৰু আমনি নকৰিবা। আমি দুয়ো একেলগে সময়ৰ পাখি লগা ডেউকাত উৰি উৰি অনন্তৰ ফাললৈ উধাই গুচি যাম গৈ। আমাৰ চাৰি চকুৰ প্ৰথমতে যেতিয়া মিলন হয় আৰু যেতিয়া তোমাৰ ওঁঠত মোৰ ওঁঠৰ পৰশ কৰি চুমাৰ ৰহণ দিছিলোঁ, তেতিয়া আমাৰ দুয়োৰো হিয়া একেলগ নাছিল আৰু আমাৰ সম্বন্ধ ইমান ওচৰ নহৈছিল। তেতিয়া আমি ইটি সিটিৰ শত্ৰুহে আছিলোঁ। কেৱল এতিয়াহে আমি দুয়ো সঁচাসঁচিকৈ একেলগ হ'লোঁ। তোমাৰ অশ্ৰদ্ধা আৰু মোৰ সহিষ্ণুতা, ত্যাগ আৰু সংযমৰ ভিতৰেদি হে এতিয়া যথাৰ্থতে মিলন হ'ল।"

দুখ-ভাগৰে তাৰ গোটেই শৰীৰ অৱশ কৰিলে। জোনৰ পোহৰত শেঁতা পৰা পোহৰৰ লহৰীবিলাকেও যেন তাৰ কাৰণে শোকৰ গীত ৰচনা কৰিছিল। তাৰ অন্তৰৰ দুখৰ বোজাটো দেখি যেন প্ৰকৃতিয়েও মুখ আমোলাই পেলালে। এনেতে টোপনিয়ে তাৰ চেতনা হৰণ কৰি কোনোবা পুৰিলৈ লৈ গ'ল। ওৰে দিনৰ শ্ৰমৰ অন্তত তাৰ হাত-ভৰিবিলাকে বিশ্ৰাম লভিলে আৰু ভয় সংশয়, দুখ-শোক আৰু স্মৰণ-শক্তি লোপ পোৱাৰ লগে লগে শীতল পাটীত পৰি সি ৰাতিটোৰ বাকীখিনি সময়ৰ কাৰণে দেহ শাঁত কৰা টোপনিৰ কোলাত আশ্ৰয় ল'লে।

দেওবাৰৰ দিনা গীৰ্জ্জাঘৰত উপাসনা অইন দিনতকৈ পলমে

হয়। পলে কিন্তু সদায় একে সময়ত গীৰ্জ্জালৈ যায়। সেই-দেখি তাৰ মাকে আন দিনৰ জোখাতে তাক মাত লগালে।

সি কেইঘণ্টামান ভালকৈয়ে শুলে। টোপনিত সমাজিক এটাও দেখা নাই। সাৰ পালত তাৰ মুৰটো শুদা শুদা লাগিল। তাৰ আকৌ শুই থাকিবৰ বৰ ইচ্ছা হ'ল কিন্তু ইফালে দুৱাৰত মাকে টুকুৰিয়াবই লাগিছে। গীৰ্জ্জালৈ যাব লগীয়া কথা তেতিয়াহে তাৰ মনত পৰিল।

তাৰ একেটা মাথোন চিন্তা—'এগ্‌নিছে গীৰ্জ্জালৈ আহি ৰাইজৰ মাজতে মোক দুৰ্যশ দিবহি।'

টোপনিতে তাৰ মনত দৃঢ় ধাৰণা হ'ল যে তাইৰ কথা মতে কাম কৰিবই।

সি কঁপি কঁপি চকিখনত থপক্ কৰে বহিল। তাৰ দুচকুৱে ধূঁৱলি কুঁৱলি দেখিলে। এই দুৰ্যশটো এতিয়াও গুচাব পাৰিনে নোৱাৰি সি ভাবিলে। নৰিয়া পৰাৰ ভাও জুৰি গীৰ্জ্জালৈ নোযোৱাকৈ জানো থাকিব নোৱাৰি? দিন পালে খেণ পায়, বুলি কয়। ইতিমধ্যে এগ্‌নিছক বুজাই শাঁত পেলাবলৈ চেষ্টাও কৰিব পাৰি। কিন্তু আগদিনাৰ মানসিক যন্ত্ৰণাখিনি পুনৰ ভোগ কৰিব খোজা কথাটোৱে তাৰ মনত শান্তি নিদিলে।

সি থিয় হ'ল। ঠেৰেঙ্গা লগা শৰীৰৰ জঠৰতা গুচাবলৈ সি ঘৰৰ মজিয়াতে গোৰোহনি এটা মাৰিলে। তাৰ পিচত সি কাপোৰ-কানি পিন্ধি টঙ্গালিডাল আঁটি ললে। খিড়িকীখন মেলি যেতিয়া সি বাহিৰলৈ মুৰ উলিয়াই চালে—যিহে ৰমক্ জমক্

প্ৰকৃতিৰ শোভা। ক্ষন্তেকঁতে তাৰ মনৰ সকলো দুখ-ভাগৰ ভল পৰিল। কিন্তু তাৰ অন্তৰৰ আওহতীয়া কোণত লুকাই থকা অশান্তিৰ ভাববিলাক নিমিষতে আকৌ মূৰ জোকাৰি উঠিল। উপায় নেপাই পলে আকৌ মূৰটো ভিতৰলৈ সুমুৱাই থ'লে। তাৰ ঘৰটোৰ ভিতৰত গপ্‌গপীয়া গৰম আৰু তাত অলেখ সুগন্ধি বস্তু ছটিয়াই থোৱা কাৰণে গোটেইখন মলমলাই আছিল। যি ভয়ে তাক জুৰুলা কৰিছিল সেই ভয়েই আকৌ তাৰ অন্তৰ দহিবলৈ ধৰিলে।

সি ততালিকে মাকৰ ওচৰলৈ গুচি গ'ল। আৰু যাওঁতে মাকক নো কি ক'ব তাকে গুণাগথা কৰিলে।

তাৰ মাকে "ছুঃ ছুঃ" কৰি ৰান্ধনি ঘৰলৈ সোমোৱা হাঁহ-পোৱালিবিলাক খেদোৱা শবদ তাৰ কাণত পৰিছিল। আৰু সিহঁতে ডেউকা মেলি ঢপ্ ঢপ্ কৰে ইফালে সিফালে লৰি যোৱা সি শুনিবলৈ পালে। অলপ আঁতৰত থকা ফুলনিৰ সুগন্ধ ভাঁহি আহি তাৰ মনত আনন্দ দিছিল। আৰু তপতে তপতে খাবলৈ প্ৰস্তুত কৰি থোৱা কফিৰ ভাঁপ তাৰ ভাল লাগিছিল। দুই ঢাপৰ মাজত থকা লুণ্ডলুণ্ডীয়া বাটটোৰেদি চৰাবলৈ নিয়া ছাগলিৰ ডিঙ্গিৰ টিলিঙাৰ শব্দই তাৰ কাণত অমৃত বৰষিছিল। তাৰ লগে লগে এলিটিয়কাছে একেৰাহে ঘণ্টা বজাই গাৱঁৰ মানুহবিলাকক উপাসনা কৰিবলৈ মাতিছিল।

আন দিনাৰ দৰে গীৰ্জ্জালৈ গৈ উপাসনাত যোগ দিয়াও আজি কোনেও তাক হাতত ধৰা নাছিল। কিন্তু সিমানতো

তাৰ বুকুৰ পৰা ভয় নাতৰিল। এখোজ আগুৱাবলৈ বা এখোজ পিচুৱাবলৈকো তাৰ সাহ নহ'ল। দুৱাৰদলিত থিয় হৈ থাকোঁতে তাৰ মনত এনেহে লাগিল সি যেন কোনোবা স্বৰগ ফুটোৱা পৰ্ব্বতৰ আওগৰীয়া টিঙত উঠিলগৈ; তাৰ ওপৰলৈ উধাবলৈকো ঠাই নাই, তলত ৰিণিকি ৰিণিকি দেখালৈকে কেৱল শূইন। এনে দোমোজাতে সি অলপ কটালে। তেতিয়া তাৰ বুকুখনে ধৰ্‌ফৰ্‌ ধাৰ্‌ফাৰ্‌ কৰিবলৈ ধৰিলে—ঠিক জানিবা কোনোবা বোৱঁতী নৈৰ সুঁতিত কাও বাও কৰি থকা মানুহ এটিহে!

তাৰ জীৱন যি এটি চাকনৈয়াত পৰিছিল সেই চাকনৈয়াৰ আশ-ৰিশ্‌ ঘূৰণত সি ভধামধা খালে। তাৰ অন্তৰ তেনেই নিৰাশাত বুৰ গৈছিল। এতিয়ানো সি কৰিব কি? দুৱাৰখন জপাই খট্‌খটিৰ ওপৰতে আগৰাতি তাৰ মাক বহি থকাৰ দৰে আজি সি নিজে খেৰাই মেৰাই পৰিল। যি সমস্যাৰ সমাধান কৰিবলৈ গৈ সি অতখিনি মানসিক যন্ত্ৰণা ভুগিছে তাৰ আৰু সমাধান কৰিবলৈ আশা সি এৰিলে। এতিয়া সি বৈ আছিল জানোচা কোনোবাই তাক হাতত ধৰি নি তাৰ সহায় সাৰথি হয়।

সেইখিনিতে তাৰ মাকে লগ পালেহি। তেওঁক দেখিয়েই পল গিৰিসকৰে থিয় হ'ল আৰু মনৰ দুখ বেজাৰ পাতল হোৱা যেন পালে। কিন্তু তাৰ মাকে জানো তাক কিবা নতুন বুধি দিব পাৰিব? তেওঁ সেই আগেয়ে কোৱা কথাকেহে দুনাই ক'ব। এই কথা মনলৈ অহাৰ লগে লগে সি আকৌ দোমোজাত পৰিল।

তাক দেখিলতে তেওঁৰ মুখখনি শেঁতা পৰিল।

"পল, তই ইয়াত কৰিছ কি ? তোৰ গা বেয়া লাগিছেনে কি ?" এই বুলি তেওঁ সুধিলতে পলে দুখোজমান আগবাঢ়ি দুৱাৰখনৰ ওচৰলৈ গৈ কলে—"আইতা, কালি ৰাতি মই তোৰ টোপনি নেভাঙিলোঁ। কিয়নো তেতিয়া নিশা বহুত হৈছিল। মই তাইক চাবলৈ গৈছিলোঁ......"।

ক্ষন্তেকলৈ দুয়ো নিমাত হৈ থাকোঁতে সেই নিস্তব্ধতা ভেদি ঘনাই ঘনাই বজোৱা গীৰ্জ্জাৰ ঘণ্টাৰ কোব তেওঁলোকৰ কাণত পৰিছিল।

পলে আকৌ ক'লে, "এগ্‌নিছৰ বিশেষ একো অসুখ হোৱা নাই। মোৰ ওপৰত তাই খং কৰিছে আৰু তুৰন্তে এই প্ৰদেশ এৰি গুচি যাবলৈ মোক আদেশ দিছে। তাকে নকৰিলে তাই গীৰ্জ্জালৈ আহি সমাজৰ আগতে মোৰ কেলেঙ্কাৰি ৰখানিম বুলি ভুমিয়াইছে।"

তাৰ আইতাক মনে মনে ৰ'ল। কিন্তু তেওঁ যে এতিয়াও অচল অটল হৈ আছে তেওঁৰ মুখ দেখিয়েই পলে বুজিব পাৰিছিল।

"এগ্‌নিছে কৈছিল বোলে এই ৰাতিৰ ভিতৰতে মই গুচি যাব লাগে। যদি মই নেযাওঁ তেনেহলে ৰাতিপুৱা তাই গীৰ্জ্জালৈ আহিব......তাইলৈ মই ভয় কৰা নাই। তাই যে সঁচাকৈয়ে গীৰ্জ্জালৈ আহিব সেই কথা মই বিশ্বাসকে কৰিব পৰা নাই।"

বাহিৰলৈ ওলোৱা দুৱাৰখন মেলিলতে সোণালী ৰ'দৰ

পোহৰে গোটেই ঘৰ উজ্জ্বল কৰি পেলালে। আৰু এই ৰ'দৰ পোহৰে যেন পল আৰু তাৰ আইতাক দুয়োকে বাহিৰলৈ আদৰি মাতিলে।

পলৰ আইতাকে অতপৰে এটি কথাও কোৱা নাছিল। এতিয়া তেওঁৰ গোটেই গাত কঁপনি উঠিল। কিন্তু মনটো ঢিলাই নিদি তেওঁ স্থিৰ প্ৰকৃতি ধৰিলে। তেওঁ শোৱনি ঘৰলৈ সোমাই গৈ সাজ-কাপোৰ পিন্ধিলে আৰু পলৰ লগতে গীৰ্জ্জালৈ যাবলৈ ওলাল। যোৱাৰ সময়ত পিয়াপি দি ফুৰা হাঁহ-পোৱালিবিলাক একে ঠাইতে গোটাই থুপাই থ'লে আৰু কফি তৈয়াৰ কৰা পানীৰ টেকেলীটো জুইৰ ওপৰৰ পৰা নমাই থ'লে। আৰু তেওঁৰ ৰিহাৰ আচলেৰে মুখখন ঢাকি তেওঁৰ যে কঁপনি উঠিছিল তাকে নেদেখুৱাবলৈ যত্ন কৰিছিল। তাৰ পিচত এখোজ দুখোজকৈ গীৰ্জ্জাঘৰৰ ফালে মুখ কৰি আগুৱাই গ'ল। যাওঁতে বাটত গাৱঁৰ বুঢ়ী মানুহবিলাকে তেওঁক যেতিয়া সম্ভাষা জনাইছিল তেওঁ কেৱল মূৰ দুপিয়াই তাৰ প্ৰত্যুত্তৰ দিছিল। কিয়নো তেওঁৰ মুখৰ আকৃতি দেখিলে তেওঁৰ যে অন্তৰত কিবা এপাত্ত শেলে বিন্ধিলে তাক সহজেই অনুমান কৰিব পাৰিব।



পল গীর্জ্জাঘৰ পালেগৈ।

উপাসনা কৰা ঠাইত ভালেখিনি মানুহ জুম বান্ধি আছিল। তাৰে কিছুমানে নিজে কৰা পাপৰ পৰা মুক্ত হ'বৰ কাৰণে পৰাচিত হবলৈ বাট চাই আছিল।

পলৰ অন্তৰত জুই কুৰাই দহিবলৈ এৰা নাই। সি আসনত বহিবলৈ যাওঁতে তাৰ গাৰ হলৌ চোলাটোৱে এগ্‌নিছ বহা আসনখনত ঘহনা খাই গৈছিল। এগ্‌নিছ যিখন আসনত বহে সেইখন সিহঁতৰ সাতাম পুৰুষীয়া আসন। সেই আসনতে বহি তাইৰ উপৰিপুৰুষ সকলেও উপাসনা কৰিছিল। পলে সেই ঠাই টুকুৰাৰ পৰা তাৰ বহা ঠাই কিমান নিলগ হ'ব চকুৰ উমানেৰে মনে মনে জোখ ল'লে।

"এগ্‌নিছে মোৰ কেলেঙ্কাৰি জনাজাত কৰি মোক মাধমাৰ সোধাবলৈ থিয় দিয়াৰ আগতে মই মণিকূটত সোমাই আহিব পাৰোঁ।" এই বুলি মনে মনে কৈ সি মণিকূটৰ ভিতৰ সোমাল।

এক্টিয়কাছে ততালিকে পলৰ ওচৰলৈ গৈ পলক সাজ-পাৰ সলাবলৈ সহায় কৰিলে। আগৰাতি এক্টিয়কাছৰ ওপৰত গধুৰ জীৱনৰ বোজা দিয়া কাৰণে যেন আজি তাৰ মুখখন আৰু চকুযুৰি আগতকৈ গহীন হৈছিল। কিন্তু সেই গম্ভীৰতা বেচি পৰ নেথাকিল। ৰাতিপুৱাৰ উছৱত তাৰ মন আনন্দেৰে উপচি

পৰিল, আৰু তাৰ মুখতো হাঁহি বিৰিঙ্গিলে। তেনেতে পলৰ হাত-খন থৰক্ বৰক্ কৰে কঁপি থকা দেখিবলৈ পালত পেটত কিবা ভয়ৰ সঞ্চাৰ হৈছিল। আৰু ওপৰলৈ চাই পলৰ শেঁতা পৰা মুখখন দেখিলত তাৰো মনত কিবা আশঙ্কা উপজিছিল। সি সুধিলে, "আপোনাৰ অসুখ হৈছেনে কি ?"

পলে মূৰটো লৰাই একো অসুখ হোৱা নাই বুলি ইঙ্গিত দিলে, কিন্তু সিমানতো পলৰ অসুখ নহৈছিল বুলি এক্টিয়কাছে ভাবিব নোৱাৰিলে। পলৰ মনত এনেহে লাগিছিল যেন তাৰ মুখখন তেজস্বীপুৰুষৰ দৰে তেজী হৈ পৰিল। কিন্তু ইমানতো এগছি আশাৰ প্ৰদীপ ছেগ চাই লহ-পহ কৰে বাঢ়ি উঠিছিল।

"মই ঢাঁচ কৰে মাটিত পৰি মৰণৰ আশ্ৰয় ল'ম। মোৰ হিয়া ফাটি যাব। আৰু সেয়ে হ'লে সকলো দুখ-দৈণ্যৰো ওৰ পৰিব।"

পল তেতিয়া আকৌ গীৰ্জ্জাঘৰৰ ভিতৰ সোমাল। তাৰ মাকে কোন মানুহ কেতিয়া ভিতৰ সোমাইছে তাৰ হিচাপ লৈ থকা দেখিবলৈ পালে। দেখাত মাক গভীৰ আৰু তেওঁৰ মুখৰ আকৃতি দেখিলে তেওঁ যে ধৈৰ্য্য আৰু সৎসাহস লভিছে এনে লাগিছিল।

কিন্তু বেচেৰা পলৰ আৰু সাহ নজন্মিল। তাৰ অন্তৰত উমি উমি জ্বলি থকা আশাৰ প্ৰদীপটি মাথোন বাকী আছিল। ই কোনো পাৰ্থিব সুখৰ আশা নহয়। বৰঞ্চ ই জীৱনৰ মেলানি মাগিবলৈ কৰা আশা হে।

ইয়াৰ পিচত পলে গীৰ্জ্জাঘৰৰ এচুকত জীৱনৰ পাপ-পুণ্যৰ

সোৱঁৰণ কৰিবলৈ বাট চাই থকা তিৰোতাসকলৰ ওচৰলৈ গ'ল। আৰু এখন আঁৰ কাপোৰৰ ভিতৰেদি ফুচফুচাই কোৱা তেওঁ-বিলাকৰ পাপ আৰু অধৰ্ম্মৰ কাৰ্য্যবিলাকৰ কথা আৰু মাজে সময়ে হুমুনিয়াহ একোটা পলৰ কাণত পৰিছিল। ডেকেৰী গাভৰুসকলৰ নিশ্বাসৰ ভাঁপ আৰু তেওঁলোকৰ চুলিৰ পৰা ভাঁহি অহা সুগন্ধ পালতে পলৰ ইন্দ্ৰিয়-ভোগৰ হুঁতাশ লহ পহ্ কৰে বাঢ়ি আহিছিল।

তেওঁলোকৰ পাপ সোঁৱৰণ শেষ হ'লত পলে তেওঁলোকক অধৰ্ম্মৰ পৰা মুক্ত কৰিলে। ইয়াকে কৰোঁতে পলে মনে মনে ভাবিছিল জানোচা আৰু অলপ পিচতেই বপুৰা নিজেই এই ডেকেৰীহঁতৰ পুতৌ ভিখাৰী হ'ব লাগে।

ইয়াৰ পিচত পলে উঠি গৈ এগ্নিছ আহিছেনে নাই চাইছিল। কিন্তু তাইৰ আসনখন খালি পৰি থকাহে দেখি-বলৈ পালে।

সম্ভৱ তাই তালৈ আৰু নাহিব। সি আকৌ এবেলি কেউফালে মুখ ঘূৰাই চালে তাৰ আইতাকৰ নিশকতীয়া ৰূপ-টোহে সি দেখিবলৈ পাইছিল। থাপনাৰ ওচৰত আঠুকাঢ়ি উপাসনা আৰম্ভ কৰোঁতে তাৰ মনত খেলালে যে এগ্নিছৰ হিয়া বেজাৰত ঘুৰ গ'ল আৰু এতিয়া বেচেৰীয়েও নিশ্চয় ঈশ্বৰৰ ওচৰত শিৰ দোঁৱাইছে।

তেতিয়া পলে স্থিৰ কৰিলে যে সি আৰু তুনাই সমাজৰ ফাললৈ চকু মেলি নেচায়। চকু মুদিয়ে সেই দিনাৰ উপাসনা

সমাপ্ত কৰিব। কিন্তু আহুকলীয়া কথা! তাৰ মুদা চকুৰ ভিতৰেদি যদিও পোহৰৰ কণিকা সোমাব পৰা নাছিল, সিমানতো এগ্‌নিছৰ মূৰ্ত্তিক কোনোমতে তাৰ মুদ খোৱা চকুৰেও ঢাকিব নোৱাৰিলে। ক'লা সাজপাৰ পিন্ধি অহা কাৰণে গীৰ্জ্জা-ঘৰৰ খোৱঁাবৰণীয়া বেৰত এগ্‌নিছ জিলিকি পৰিছিল!

এগ্‌নিছ সঁচাকৈয়ে সেইদিনা গীৰ্জ্জাঘৰৰ বাহিৰ ফালে বৈ আছিল। তাইৰ সাজ-পাৰবিলাক কিচ্‌কিচ্‌ কৰে ক'লা, আৰু ভক্‌-ভক্‌ কৰে বগা মুখখনিৰ ওপৰত এখন ক'লা কাপোৰৰ ওৰণি লৈছিল। তাইৰ চকুযুৰি ধৰ্ম্মপুথিখনিৰ ওপৰত আৱদ্ধ। তাইৰ লিগিৰীজনী ওচৰতে মাটিত আঠুকাঢ়ি আছিল। আৰু মাজে সময়ে তায়ো তাইৰ গৰাকীৰ দুখত দুখী হৈ এগ্‌নিছৰ মুখলৈ প্ৰভুভক্তৰ দৰে একোবাৰ চাইছিল।

পলে অতবেলি তাইৰ গতিগোত্ৰ লক্ষ্য কৰি আহিছিল। তাৰ নিৰাশা হৈছিল হয়, কিন্তু মাজে সময়ে নিজক বুজনি দি কৈছিল যে এগ্‌নিছে এনে উন্মাদিনীৰ কাম কেতিয়াও নকৰে। ইয়াৰ পিচত সি পুথিখনৰ পাত লুটিয়ালে। তাৰ মাতত খোকোজা লাগিছিল। শব্দবোৰ ফুটাই মাতিবলৈ অপাৰগ হ'ল। ভয়ত তাৰ গা জৰ্‌-জৰ্‌ কৰে ঘামিবলৈ ধৰিলে আৰু তাৰ মূৰ্চ্ছা যোৱাৰ ভাব হ'ল। পুথিখন সি খামোচ মাৰি ধৰিলে।

চকুৰ পচাৰতে পলে আকৌ মনটো অলপ ডাঠ কৰিলে। এগ্‌নিছ্‌কাছে পলৰ মুখখনলৈ একেথাহে চাই আছিল। মৃত্যুৰ গৰাহত পৰা মানুহৰ যেনেকৈ ক্ষন্তেকতে মুখৰ বৰণ সলনি হয়,

পলৰো সেইদৰে এবেলি শেঁতা পৰা তাৰ পিচত কেঁহেৰাজ যেন হোৱা মুখখনি দেখি এন্টিয়কাছে বিস্ময় মানিছিল। আৰু সি সহানুভূতি আকৰ্ষণ কৰাৰ অভিপ্ৰায়ে থাপনাৰ ওচৰত বহি থকা বুঢ়া মেঠা মানুহ কেইজনলৈ ঘনাই ঘনাই চাইছিল। কিন্তু তাৰ বাহিৰে আন কোনোৱে পলৰ অৱস্থা টলকিব নোৱাৰিলে। আনকি ওচৰতে উপাসনা কৰি থকা আইতাকেও তাৰ মুখত এনেকৈ ভাব সলনি হোৱাৰ চিন ধৰিব নোৱাৰিলে। এনেতে এন্টিয়কাছ সাউত্ কৰে পলৰ গাৰ কাষ পালেগৈ। জানোচা পল পৰি যাওঁতে বেচেৰাই ধৰি ৰাখিব পাৰেই। পল উচাপ খাই উঠিল। এন্টিয়কাছে তাৰ উজ্জ্বল চকুযুৰিৰে পলৰ মুখলৈ চাই লাহেকৈ ক'লে, "মই এই খিনিতে আছোঁ। আপুনি নিজৰ কাম কৰি গৈ থাকক—"

সি নিজৰ কাম কৰিব কি ? তাৰ হৃদয়যন্ত্ৰৰ ভিতৰলৈ তেজৰ সোঁত পুনৰাই ঘূৰি আহিল আৰু ফিন্দ খাই ফুলি উঠা শিৰ-বিলাকো ঢিলা হৈ গ'ল। তাৰ মন নিৰাশাৰ ডাৱৰে ঢাকি পেলালে। এতিয়া সি নিৰলে মৰণৰ মুখত আত্মসমৰ্পণ কৰিবলৈ হাবিয়াহ্ কৰিলে। সাগৰৰ পানীত ককৰকাই ভাগৰি জুগৰি ঢৌৰ লগত যুঁজিব নোৱাৰা মানুহ অগত্যা যেনেকৈ ধীৰ আৰু শান্ত হয় সিও এতিয়া তেনে হৈছিল। এই বেলি সমজুৱা-সকললৈ চাওঁতে আৰু সি চকু মুমুদিলে। চকু মুদিলেই যে বিপদ নঁাতৰে এই কথা সি ভালকৈ বুজিলে। মুখ ফুটাই পলে ক'লে, "ভগৱন্ত পুৰুষে আপোনাসবৰ মঙ্গল কৰোক !"

এগ্‌নিছ নিজৰ আসনত বহি আছিল। আগত মেলি থোৱা পুথিখনৰ পাত লুটিয়াবলৈ তাইৰ মনত পৰা নাই। সোণালী ৰহণেৰে বন কৰা তাইৰ পুথিৰ বেটুপাতখিলা পুৱাৰ কিৰণত জকমকীয়া হৈ পৰিছিল। উপাসনা কৰিবলৈ অহা অন্যান্য গাৱঁলীয়া তিৰোতাসকলে তেওঁলোকৰ ভৰিৰ গোৰোহা তল কৰি বহি আছিল। পলে পুথিখন আঁতৰাই থলেই তেওঁবিলাকে আঁঠু ল'ব।

তাৰ পিচত পলে পুথিখন আঁতৰাই থ'লে। আৰু ইয়াৰ লগে লগে সকলোৱে আঁঠু কাঢ়িলে। পলে তেতিয়া ঈশ্বৰৰ গুণ কীৰ্ত্তন কৰিবলৈ ধৰিলে আৰু সকলো মানুহে কাণ পাতি শুনিলে।

নিৰাশাৰ ঢৌত খৰ্ মাৰি সি আকৌ এবেলি সুখৰ কল্পনা কৰিলে। এগ্‌নিছে যেন একে শাৰীতে থিয় হৈ তাৰে সৈতে পৰাচিত হবলৈ আহিছে। দুয়ো পাপকাৰ্য্য কৰি এতিয়া একে-লগে সেই পাপ বোকাৰ চেকা ধুই পেলাব। যদি সেয়েই হয়, এগ্‌নিছৰ প্ৰতি বৈৰী-ভাব পুহি পলে অন্যায় কৰিছে। কিয়নো বেচেৰীয়ে তাৰ প্ৰতি যি ঘিণ কৰাৰ ভাব দেখুৱাইছিল, তাৰ ভিতৰত পৱিত্ৰ প্ৰেমৰ নিজৰা লুকাই আছিল।

ইয়াৰ পিচত জলযোগৰ সময় হ'ল। যীশুৰ পৱিত্ৰ স্মৃতিৰে তৰ্পণ কৰা ফটিকাৰ যি কেই টোপ পলৰ পেটলৈ গৈছিল তাৰ ফলত শৰীৰত সি তেজ, বল আৰু মনত উছাহ লভিছিল।

সি যেতিয়া এখোজ দুখোজকৈ তিৰোতা মানুহবিলাকৰ

কাললৈ আগ বাঢ়ি গ'ল তেতিয়া এগ্‌নিছ সিহঁতৰ মাজত মুৰ জিলিকা হৈ আছিল। বেচেৰী এগ্‌নিছেও শিৰ দোঁৱাই ভক্তি-ভাৱে প্ৰণাম কৰিছিল। সম্ভৱতঃ তাই বুকু ডাঠ কৰি সাহ লভিবৰ কাৰণেহে এইদৰে ঈশ্বৰক খাটিছিল। ইয়াকে দেখি পলে হিয়াত বল বান্ধিবলৈ সাজু হৈছিল। কিন্তু শুচি তৰ্পণেৰে পবিত্ৰ কৰা ফটিকাৰ বাটিটো আগবঢ়াই তিৰোতাসকলৰ ওঁঠত লগাই দিওঁতে তাৰ হাত দুটি ঠক্ ঠক্ কৰে কঁপি থকা দেখা পোৱা গৈছিল।

তাৰ পিচত স্তোত্ৰপাঠৰ সময় আহিল। গাৱঁৰ এজন মুখিয়াল বুঢ়াই পুৰণিকলীয়া পদ-ঘোষাৰে ৰচনা কৰা স্তৱ গাবলৈ ধৰিলে আৰু তেওঁৰ লগে লগে সমজুৱা সকলে কীৰ্ত্তন ধৰিলে।

স্তোত্ৰটো একেবাৰে আদি যুগত ৰচনা কৰা। তাত পোন প্ৰথমে ঈশ্বৰ প্ৰেমেৰে অনুপ্ৰাণিত হোৱা অৰণ্যবাসী মানুহৰ ঈশ্বৰ ভক্তিৰ তত্ত্ব উল্লেখ কৰা আছিল। এইবিলাক শুনাৰ পিচত এগ্‌নিছৰ বহুত পুৰণি কথা মনলৈ আহিল। বুঢ়াবুঢ়ী-বিলাকৰ জাউৰিয়ে জাউৰিয়ে কৰা কীৰ্ত্তনে তাইৰ মানস পটত মানুহ জাতিৰ অতীত বুৰঞ্জীৰ মনোৰম চিত্ৰ মুদ্ৰিত কৰিলে।

তেতিয়া তাই ভাবিলে, ইমান ডাঙৰ সমাজখনৰ আগতে তাই বাৰু কোন সতেৰে পলৰ নামত চেকা ঘঁহিব। এই গাৱঁৰ মানুহ বিলাকেই তাইক আজিলৈকে নিষ্কলঙ্কিনী আৰু পুণ্যশীলা বুলি আখ্যা দি আহিছে। এনে স্থলত তাইনো বাৰু কোন সাহেৰে নিজৰ সুযশ এৰি দুৰ্যশ চপাই ল'ব?

তাই এতিয়া ভালকৈ বুজিলে যে পলৰ ওপৰত তাই যি শাস্তি বিহে সেই শাস্তি তাই নিজেও ভুগিব লাগিব। কিয়নো পলৰ লগ পাই তাই নিজেও অধৰ্ম্মৰ বোকাত নামিলে। পল আৰু এগ্নিছ দুয়ো একেলগে পাপ আচৰণ কৰিছে। আৰু এতিয়া শাস্তি ভুগিবৰ সময়তো সিহঁতে দুয়ো একেলগে সমানে শাস্তি ভুগিব লাগিব। গাৱঁৰ বুঢ়া-বুঢ়ী আৰু লৰা-ছোৱালী-বিলাকে জাত লগাই গোৱা কীৰ্ত্তনৰ সুৰৰ ভিতৰেদি দয়ালু ভগৱন্ত পুৰুষজনে ইয়াৰ পিচত তাইক বোধ দি ক'লে যে তাই যি কাম কৰিবলৈ আগ বাঢ়িছে তাক কৰোঁতে সতর্ক হোৱা উচিত আৰু এতিয়া মুকুতি লভিবলৈ হেঁপাহ কৰাহে তাইৰ প্রধান কাম।

কীৰ্ত্তনৰ সুললিত ধ্বনিয়ে তাইৰ অকলশৰীয়া জীৱনৰ সৰু-সুৰা কথাবিলাকো এটি এটিকৈ মনত পেলালে। প্রথমতে কেচুৱা, তাৰ পিচত এজনী বুজন ছোৱালী। তাৰ পিচত কেনেকৈ গাভৰু হ'লহি—এই সকলো কথা মনত পৰিল। আৰু দিনৰ পিচত দিনকৈ কেনেকৈ তাই সততে তাইৰ উপৰি-পুৰুষ সকলে হাতৰ কিলাকুটি আৰু ভৰি-আঠুৰে ঘঁহি ঘঁহি মলিন কৰা এই আসনখনত বহি উপাসনা কৰি কাল কটাইছে এইবিলাক কথাও তাই এটি এটিকৈ সুঁৱৰিলে। এই উপাসনা ঘৰটো দৰাচলতে তাইৰ বংশৰ যাউতিযুগীয়া সম্পত্তি। তাইৰ কোনোৱা এজন আজু-ককাকে এই ঘৰটো নিৰ্ম্মাণ কৰালে। আৰু মানুহে কয় বোলে তাইৰ কোনোবা এজন উপৰি-পুৰুষে দুৰ্দ্দান্ত

ডকাইতৰ হাতৰ পৰা কুমাৰী মে'ৰীৰ প্ৰতিমাখনি উদ্ধাৰ কৰি আনি সেই থাপনাৰ ওচৰতে সসম্মানে প্ৰতিষ্ঠা কৰিলে।

এনেবিলাক সুখ্যাতিৰে ভৰা বংশ-গৌৰৱৰ তাই অধিকাৰী। তাই যি গাৱঁত বসতি কৰিছে সেই গাৱঁত তাইৰ সমানে বংশ-প্ৰতিষ্ঠা লভিব পৰা লোক বিৰল। অন্যান্য ইতৰ মানুহবিলাকৰ পৰা এই গৌৰবেই তাইক বহুত ওখ আসন দি আহিছে। শামুকৰ খোলাৰ ভিতৰত চক্‌চকীয়া মাণিক থকাৰ দৰে এই সাধাৰণ লোকসমাজৰ মাজত তাই অতদিন মুৰ জিলিকা হৈ আছে।

তাইনো বাৰু এতিয়া নিজকে নিজে কেনেকৈ মানুহ-বিলাকৰ আগত অপযশ দিয়ে? নিজকে এই পবিত্ৰ ধৰ্ম্ম-মন্দিৰৰ গৰাকী বুলি যেতিয়াই তাই মনে মনে ভাবিলে, তেতিয়া তাইৰ অভিমান উপজিল। তাইৰ পাপ আচৰণৰ যি লগৰীয়া হৈছিল, তেওঁৱেই এতিয়া থাপনাৰ ওচৰত থিয় হৈ সাধু সন্ন্যাসীৰ সাজ-পাৰ পিন্ধি অতবিলাক নিৰীহ প্ৰাণীক ধৰ্ম্মৰ তত্ত্ব বুজাই আছিছে। আজি তাইৰ এই উপাসনাৰ মন্দিৰত ধৰ্ম্মৰ ব্যাখ্যা কৰোঁতা যিজন সুদৰ্শন পুৰুষক দেখিলে ভোক পিয়াহ হৰে আৰু পদুম হেন যাৰ চৰণ দুটিত তাই শিৰ দোঁৱাইছে, তেৱেঁই তাইক ভুৱা দি অবাটে নিছিল। তাইৰ কিন্তু নিজৰ দোষ ইমানেই যে তাই পলক ভাল পাইছিল।

জাউৰিয়ে জাউৰিয়ে সংকীৰ্ত্তন ধ্বনি যিমানেই চৰি আহিছিল, সিমানেই তাই খণ্ড আৰু বিষত জৰ্জ্জৰিত দিছিল।

আকাশী বাণীয়ে যেন তাইক দঢ়াই দঢ়াই ক'লে যে পল এই ধৰ্ম্ম-ৰাজ্যৰ নিতান্ত অনুপযুক্ত হৈছে। গতিকে তাক সোনকালে এই প্ৰদেশৰ পৰা খেদাই দিয়াহে তাইৰ কৰ্ত্তব্য।

এগ্নিছৰ গোটেই শৰীৰ আকৌ শেঁতা পৰিল। আৰু জৰ্-জৰ্ কৰে তাইৰ গোটেই গা ঘামিবলৈ ধৰিলে। তাইৰ ভৰি-যুৰি ঠক্ ঠক্ কৰে কঁপিলে। তাই আৰু শিৰ দোঁৱাই নেথাকিল। মূৰটো থিয় কৰি লৈ তাই পলৰ কাৰ্য্য নিৰীক্ষণ কৰিলে। এনেতে তাইৰ শৰীৰৰ পৰা ওলাই গৈ যেন এছাটি বিষাক্ত বায়ুৱে পলৰ গাত খুন্দিয়ালে। একে খুন্দাতে পলৰ চুৰ্ত্তি হেৰাল, তাৰ হাত-ভৰি জঠৰ হ'ল, মাটিৰ পুতলাৰ দৰে সি ভেবা লাগি চাই থাকিল। ইমান শক্তিশালী এই বায়ুছাটি!

ইয়াৰ পিচত তাৰ হাত-ভৰি বিলাক ঠেঁটুৱাই ধৰা যেন হ'ল। মুখখন ঘূৰাই সি যেতিয়া ৰাইজক আশীৰ্ব্বাদ দিব খুজিলে এগ্নিছে চকু নলৰোৱাকৈ তাৰ ফাললৈ চাই আছিল। বিজুলীৰ চকামকা পোহৰত মিলন হোৱা দুজুৰি চকুৰ দৰে নিমিষলৈ চাৰিও চকু মিলিত হৈছিল। আৰু সিও এই চকুৰ পলকতে তাৰ গোটেই জীৱনৰ সুখ-সম্ভোগৰ জিলিঙনি দেখিলে। একমাত্ৰ এগ্নিছৰ প্ৰণয়-সম্ভাষণ আৰু তাইৰ ৰাঙলী ওঁঠত ওঁঠ লগাই খোৱা চুমা কেইটিয়েই তাৰ এই অতীত দিনবিলাক বিনন্দীয়া সুখৰ কৰিছিল।

তেতিয়া সি হাতত পুথিখন তুলি লৈ এগ্নিছক থিয় হোৱা দেখিলে।

"হে দয়াময়, তোমাৰ ইচ্ছাই পূৰণ হওক!" এইদৰেই খোকোজা লগা মাতেৰে কথাষাৰ কৈয়েই সি আঠু কাঢ়ি কপালত বিধিয়ে যি লিখিছে সেয়ে ঘটিব বুলি হাত সাবটি বহি থাকিল।

আকৌ এবাৰ পলে ডাঙৰ ডাঙৰকৈ উপাসনাৰ স্তোত্র গান কৰিলে, অইন সমজুৱাই তাকে পাঠ কৰিলে। কীৰ্ত্তনৰ শব্দ ভেদি এগ্‌নিছ এখুজি দুখুজিকৈ থাপনাৰ ফাললৈ আগবাঢ়ি আহি থকা যেন গম পাই পল উচাপ খাই উঠিছিল।

'তাই আহিছে! তাই আসন এৰি থৈ আহিল! থাপনাৰ ওচৰ পালেহিয়েই! তাই আহিছে! এয়া পালেহি! সকলোৰে চকু তাইৰ ওপৰত। মোৰ বাউসিৰ কাষ চাপিলেহি!'

পল আৰু বহি থাকিব নোৱাৰিলে। গিৰিস্‌ কৰে সি থিয় হ'ল। আৰু তাৰ মূৰত যেন আকাশী স্বৰগ ভাগি পৰিল। তাৰ আঁঠু যুৰি শৰীৰৰ ভাৰ ব'বলৈ অপাৰগ হ'ল। সি কোনো মতে মনিকূটৰ ভিতৰ সোমাব খুজিলে। এনেতে সি দেখিবলৈ পালে যে এগ্‌নিছে সমাজৰ আগলৈ গৈ থাপনাৰ কাষ চাপিলেহি।

"হায় বিধি এই অভাগাৰ কপালত মৰণ নিলিখিলা!" এইদৰে কৈয়েই সি শিৰ দৌৱালে আৰু তাৰ মনত খেলালে যেন কিবা এপাট চোকা অস্ত্রেৰে কোনোবাই তাৰ শিৰশ্চেদ কৰিব খুজিছে। মনিকূটৰ দুৱাৰ মেলি ভিতৰ সোমাওঁতে সি দেখিলে এগ্‌নিছ থাপনাৰ ওচৰৰ হেঙাৰ খনতে আউজি মূৰ দৌৱাই আছে।

ঠটা মাটিতে উজুটি খাই এগ্নিছ মাটিত পৰিল। তাইৰ চকুযুৰিৰ আগত এখন ডাঠ আঁৰ কাপোৰ দাঙি ধৰি যেন তাইক অন্ধলা কৰিলে।

অলপ পিচতে তাইৰ চকুৰ জালখন গুচিল। থাপনাৰ আগত পাৰি থোৱা তলিচাখন, সিঁচি থোৱা ফুলৰ থোপাবোৰ আৰু জ্বলি থকা বন্তিগছ তাই দেখিবলৈ পালে। কিন্তু পল তাত নাই। পলৰ সলনি সোণালী ৰ'দৰ এটি উজ্জ্বল ৰশ্মিয়ে তলিচা খনৰ জেউতি বঢ়োৱাহে তাই দেখা পালে।

লিগিৰী এজনীয়ে মন্ত্রপূত পবিত্র জলেৰে এগ্নিছৰ হাত স্পর্শ কৰালে আৰু সাজ-পাৰত লাগি থকা ধূলি-মাকতি জাৰি জোকাৰি দিলে। ছোৱালীজনীয়ে আকৌ এবাৰ মুখখন ওপৰলৈ দাঙি যিহে দেখিলে। পলৰ মাক য'ত অতপৰ আঁঠু কাঢ়ি আছিল সেই ফাললৈকে ঘোপাকৈ এগ্নিছে একেথিৰে চাই আছে। বেচেৰী তিৰোতা গৰাকীৰ গা লৰ্‌চৰ্ কৰা নাই আৰু মুখটো ইমানকৈ তললৈ দোঁৱাইছে যে বুকুৱে মুখ তেনেই ঢাকি পেলাইছে। এগ্নিছ আৰু ছোৱালী জনীক এনেদৰে থকা দেখিলতে এগৰাকী বুঢ়ীয়ে পলৰ মাকৰ কাণত ফুচ্‌ফুচাই দুআষাৰ মান কথা কলে। আৰু হাতখন আগবঢ়াই তেওঁৰ হুতৰিটো দাঙি ধৰিলে।

পলৰ আইতাকৰ চকুযুৰি আধা-আধি মুদ খালে, চকুৰ মণি দুটা লুটিখাই পৰিল, হাতত থকা ফুলৰ মালাধাৰি খহি পৰিল, আৰু তেওঁৰ মুখটো হালি গৈ তিৰোতাজনীৰ গাত আউজি ৰ'ল।

"মোৰ আইক হাতত হেৰুৱালোঁ!" এই বুলি চিঞৰ মাৰি মানুহজনীয়ে হায়ো বিয়ো লগালে।

চিঞৰ শুনিয়ে সকলো মানুহ সেইখিনিত থুপ খালেহি।

এনে সময়তে পল মণিকূটৰ ভিতৰ সোমাইছে। এন্টিয়কাছে তাৰ পিচে পিচে পুথি এখন হাতত লৈ গৈছিল। এতিয়া ক্ষন্তেকলৈ পলৰ মনৰ উগুল-থুগুল ভাব মাৰ গৈছিল। মাজ-নৈত ডুবিব খোজা নাৱৰ পৰা তুলি অনা যাত্রীজনে মনত যেনেকৈ সুখ পায়, পলেও এতিয়া এটা ডাঙৰ দুৰ্দ্দশাৰ পৰা হাত সাৰিছোঁ বুলি শান্তি লভিছিল। তাৰ সকলোবিলাক দুখ-কষ্ট যেন এটা বেয়া সপোনৰ নিচিনা এতিয়া সি ভাবিব পাৰিছিল।

তেতিয়া বাহিৰত মানুহৰ হাই-উৰুমি চৰিল। এন্টিয়কাছে মণিকূটৰ দুৱাৰ মেলি বাহিৰত জুম খোৱা মানুহবিলাকলৈ চাই পঠিয়ালে। এনেতে এটা বুঢ়ামানুহে ততাতৈয়াকৈ হাতেৰে ঠাৰ দি কিবা ক'ব খুজিলে।

"তেখেতৰ আইতাকৰ বেমাৰ উক্ দিছে।" এইদৰে সি ফুটাই ক'লে। আধা-খোলা সাজ-পাৰেৰেই একে জাঁপতে পল সেইখিনি পালেগৈ। আৰু ওচৰতে লেপেটা কাঢ়ি বহি মাকৰ নো কি হৈছে জানিবৰ মনেৰে সি ভালকৈ চকু ফুৰাই চালে। তাৰ আইতাক তেতিয়া অচেতন হৈ মাটিত দীঘল দি পৰি আছিল। তেওঁৰ মুৰটোৱে বুঢ়ী মানুহজনীৰ কোলাত আশ্রয় লৈছে আৰু কেউফালে মানুহে হিচ খাই পৰিছে।

"আই! আই!"

মাকৰ মুখ অলৰ হৈয়ে থাকিল। গাল দুখন ঠেৰেঙ্গা দিলে। চকু আধা মুদা। মুখ মেল খালে জানোচা কিবা চিঞৰ শুনে এই ভয়তে বেচেৰীৰ দাঁত দুপাৰিও কটকটীয়া হৈ জাপ খায়ে থাকিল।

পলে এতিয়া বুজিব পাৰিছিল যে সি নিজে যি দুৰ্যশৰ ভয় কাতি কৰি থবলৈ সমৰ্থ হ'ল, তাৰ আইতাকে সেই ভয় আৰু বেজাৰতে প্ৰাণ-বায়ু ত্যাগ কৰিলে।

আৰু সিও দাঁতখিনি টানকৈ কামুৰি ধৰিলে যাতে মুৰ দাঙোতে তাৰ মুখৰ একাষাৰ মাতো আনে শুনিবলৈ নেপায়। আৰু সেই উখল-মাখল লগা মানুহ জুমৰ মাজেদি চাই পঠিয়াওঁতে সি দেখা পাইছিল তাৰ ফাললৈ একেৰাহে ৰ-লাগি চাই থকা এগ্‌নিছৰ এযুৰি উজ্জ্বল চকু।

---

